


# ভাৰতৰত্ন

# লোকপ্ৰিয় গোপীনাথ বৰদলৈ





লোকপ্ৰিয় গোপীনাথ বৰদলৈ

(৬ জুন, ১৮৯০ — ৫ আগষ্ট, ১৯৫০)



৫৮ তম জন্ম দিৱস উপলক্ষে ১৯৪৮ চনত বৰদলৈ সাংবাদিকসকলৰ দ্বাৰা সম্বৰ্ধিত

# ভাৰতৰত্ন
# লোকপ্ৰিয় গোপীনাথ বৰদলৈ

শূল শৰ্মা




জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**BHĀRATRATNA LOKAPRIYA GOPINĀTH BARDOLOI : A** biographical profile of Lokapriya Gopinath Bardoloi, written by Mr. Sula Sarmah and published by Sri Nagen Sarmah, on behalf of **M/s. Jyoti Prakashan,** Jaswanta Road, Panbazar, Guwahati-781 001, Assam.
**First published** : December, 2010. ***Price** :Rs.120.00 only.*

---

**প্ৰকাশক ঃ**
শ্ৰীনগেন শৰ্মা
জ্যোতি প্ৰকাশন
যশোৱন্ত পথ, পাণবজাৰ
গুৱাহাটী-৭৮১ ০০১

**প্ৰথম প্ৰকাশ ঃ** ডিচেম্বৰ, ২০১০

**বেটুপাত ঃ** মনজিৎ ৰাজখোৱা

**মূল্য ঃ** ১২০.০০ টকা

**ছপাশাল ঃ**
**ত্ৰিনয়ন গ্ৰাফিক অফ্‌ছেট**
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী-৭৮১ ০২১

## সূচী

# উচৰ্গা

অনুজপ্ৰতিম



ঁ হিতেশ্বৰ শইকীয়াৰ চৰণ কমলত

# পাতনি

ভাৰতৰ স্বাধীনতা আন্দোলনৰ অসমৰ ৰাষ্ট্ৰীয় নেতা লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ শতবাৰ্ষিকী যেনে ধৰণেৰে অসমৰ ইমূৰে-সিমূৰে, নগৰে-চহৰে, গাঁৱে-ভূঞে উদ্‌যাপিত হ'ব লাগিছিল, অসমৰ সাম্প্ৰতিক অশান্ত পৰিস্থিতিৰ বাবেই হওক, কিম্বা ৰাইজ আৰু চৰকাৰৰ অনীহাৰ বাবেই হওক সি হৈ নুঠিল। এই মহান নেতাজনৰ শতবাৰ্ষিকীৰ ভিতৰতেই তেওঁৰ কৰ্মময় জীৱনৰ ভিতৰত যুগুতোৱা এখনি প্ৰামাণ্য জীৱনী গ্ৰন্থ, তেওঁ লিখি থৈ যোৱা দিনপঞ্জীকে আদি কৰি বিভিন্ন অপ্ৰকাশিত ৰচনাৱলীও প্ৰকাশ হৈ নুঠিল। সি যি নহওক, আমি বৰদলৈ শতবাৰ্ষিকীৰ আৰম্ভণিতেই প্ৰথমতে এখন আলোচনীলৈ এটি প্ৰবন্ধ লিখিছিলো। পিছে লোকপ্ৰিয় বৰদলৈৰ সমস্ত কৰ্মজীৱন সামৰি এটি প্ৰবন্ধতে সামৰিবলৈ যোৱাটো ভুৰুকাত হাতী ভৰোৱাৰ নিচিনা। সেয়েহে আমি খণ্ড খণ্ড কৰি কেবাটাও প্ৰবন্ধ লিখি উলিয়াই অসমৰ বিভিন্ন বাতৰি কাকতত প্ৰকাশ কৰিছিলো। এতিয়া সেই আটাইকেইটা প্ৰকাশিত প্ৰবন্ধ সংযোজন কৰি আৰু লগতে বৰদলৈয়ে লিখা অসমীয়া আৰু ইংৰাজী প্ৰবন্ধ কেইটামান, বৰদলৈদেৱে গান্ধীজীলৈ লিখা দুখনমান ঐতিহাসিক চিঠি-পত্ৰ, আৰু গান্ধীজীয়েও বৰদলৈলৈ লিখা দুখনমান ঐতিহাসিক চিঠি-পত্ৰও এই পুথিখনিত সন্নিবিষ্ট কৰিছোঁ। শেষত বৰদলৈ সম্পৰ্কে সেই সময়ত প্ৰকাশিত হিন্দী আৰু ইংৰাজীত লিখা বিশিষ্ট ৰাষ্ট্ৰীয় নেতাৰ শ্ৰদ্ধাঞ্জলি-প্ৰবন্ধ কেইটামানো অসমীয়ালৈ অনুবাদ কৰাই এই পুথিখনিত সংযোজন কৰি দিছোঁ। এই অনূদিত প্ৰবন্ধকেইটি মূল ইংৰাজী আৰু হিন্দীৰ পৰা সুললিত অসমীয়ালৈ অনুবাদ কৰি দিয়াৰ কাৰণে মুক্তিযুঁজাৰু, সাংবাদিক-সাহিত্যিক মহেশ্বৰ চুতীয়া আৰু অসমীয়া হিন্দী সাহিত্যিক ড° পৰেশচন্দ্ৰ দেৱশৰ্মাৰ এইখিনিতে শলাগ ল'লো।

বৰদলৈৰ এই গ্ৰন্থখনিৰ প্ৰথম খণ্ডত দিয়া ৰাজনৈতিক জীৱন আৰু ব্যক্তিত্ব সম্পৰ্কে মই তিনিজন বিশেষ ব্যক্তিৰ পৰা তথ্য সংগ্ৰহ কৰিছোঁ। তেওঁলোক হ'ল যোৱা বছৰ ইহলীলা সম্বৰণ কৰা প্ৰবীণ মুক্তিযোদ্ধা আৰু ট্ৰেড ইউনিয়ন নেতা স্বৰ্গীয় সৰ্বেশ্বৰ বৰদলৈ, লোকপ্ৰিয়ৰ সুযোগ্যা সহধৰ্মিণী শ্ৰদ্ধেয়া সুৰবালা বৰদলৈ আৰু সু-সাহিত্যিক, এতিয়া অৱসৰপ্ৰাপ্ত অসম চৰকাৰৰ তথ্য আৰু জনসংযোগ বিভাগৰ কৃতী সঞ্চালক শ্ৰদ্ধেয় ঈশ্বৰপ্ৰসাদ চৌধুৰী ডাঙৰীয়া। তেখেতসকলৰ পৰা এই অলিখিত অপ্ৰকাশিত তথ্যসমূহ নোপোৱাহেঁতেন আমি এই পুথিখনি লিখাটো সম্ভৱপৰ হৈ নুঠিলহেঁতেন। ইয়াৰ উপৰি স্বৰ্গীয় মহাদেৱ শৰ্মাৰ সম্পাদনাত ওলোৱা 'লোকপ্ৰিয় গোপীনাথ বৰদলৈ', অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'গোপীনাথ বৰদলৈ' আৰু স্বৰ্গীয় কীৰ্তিনাথ শৰ্মা

বৰদলৈৰ এতিয়াৰ দুষ্প্ৰাপ্য মূল্যবান গ্ৰন্থ 'সন্দীপিকা'ৰ পৰা যথেষ্ট সমল লোৱা হৈছে। তাৰ উপৰি বৰদলৈ শতবাৰ্ষিকীত অসম চৰকাৰৰ তথ্য আৰু জনসংযোগ বিভাগৰ দ্বাৰা প্ৰকাশ হোৱা স্মৃতি-স্মৰণিকা দুখনৰ পৰাও যথেষ্ট তথ্য সংগ্ৰহ কৰা হৈছে আৰু ঠাই বিশেষে ওপৰত উনুকিওৱা পুথি আৰু স্মৰণিকাৰ পৰা দুই-এটা প্ৰবন্ধও পুনৰ মুদ্ৰিত কৰি দিছোঁ। 'লোকপ্ৰিয় বৰদলৈ' গ্ৰন্থখনিত সন্নিৱিষ্ট কৰা বেছিভাগ ছায়া-ছবিৰেই যোগান ধৰিছে অসম চৰকাৰৰ তথ্য আৰু জনসংযোগ বিভাগে।

লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ নাম প্ৰথম শুনিছিলো তেতিয়াহে, যেতিয়া তেখেত ১৯৩৮ চনত অসমত সংযুক্ত কংগ্ৰেছ মন্ত্ৰীসভাৰ প্ৰধানমন্ত্ৰীৰূপে কাৰ্যভাৰ গ্ৰহণ কৰে। আমি তেতিয়া নাজিৰাৰ প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ। আমাৰ সেই সৰু চহৰখনিত তেতিয়া আন এটি কথায়ো আলোড়নৰ সৃষ্টি কৰিছিল— বৰদলৈ মন্ত্ৰীসভাত মন্ত্ৰীৰূপে স্থান পোৱা নাজিৰাৰে সু-সন্তান স্বৰ্গীয় ৰামনাথ দাসৰ কাৰণে। তেতিয়াই গোপীনাথ বৰদলৈৰ ব্যক্তিত্ব আৰু নেতৃত্বৰ প্ৰতি আমি আকৰ্ষিত হৈছিলো। পিছে বৰদলৈ ডাঙৰীয়াক আমি প্ৰথম দেখা পাওঁ নাজিৰা হাইস্কুলত সপ্তম শ্ৰেণীত পঢ়ি থাকোঁতেহে। অৱশ্যে অসমৰ প্ৰধানমন্ত্ৰীৰূপে নহয়। ১৯৪২ চনৰ গণ আন্দোলনৰ পিছত স্বাস্থ্যজনিত কাৰণত জে'লৰ পৰা ওলাই আহি গুৱাহাটী বিশ্ববিদ্যালয়ৰ কাৰণে পুঁজি সংগ্ৰহৰ কামত ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ লগত নাজিৰা হাইস্কুললৈ আহোঁতেহে। সেয়াই আছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱক দেখাৰ প্ৰথম সুযোগ আৰু সৌভাগ্য। দ্বিতীয়বাৰ সেইজনা লোকপ্ৰিয় বৰদলৈক দেখা পাওঁ অসমৰ প্ৰধানমন্ত্ৰীৰূপে দেশে স্বাধীনতা লাভ কৰাৰ পাছত ১৯৪৭ চনত গোলাঘাটত বহা অসম ছাত্ৰ কংগ্ৰেছৰ বাৰ্ষিক অধিবেশনত উপস্থিত থকাত। সেইখন অধিবেশনত প্ৰধানমন্ত্ৰী বৰদলৈৰ লগত উপস্থিত আছিল অসম কংগ্ৰেছৰ আন এজনা কৰ্ণধাৰ ডাঃ ভুৱনেশ্বৰ বৰুৱা। গুৱাহাটীৰ কটন কলেজত পঢ়ি থাকোঁতে বৰদলৈ ডাঙৰীয়াক সভা-সমিতিত দুই-এবাৰ দূৰৈৰ পৰা দেখা মনত পৰে। কিন্তু সেইজনা মহান ব্যক্তিক ওচৰৰ পৰা দেখাৰ শেষ সুযোগটো ঘটে ১৯৫০ চনৰ পাঁচ আগষ্টত উলুবাৰীত থকা তেখেতৰ বাসভৱনত। বৰদলৈ ডাঙৰীয়া তেতিয়া চিৰ নিদ্ৰামগ্ন। সেইদিনাৰ আবেলি শোকযাত্ৰাত আমিও কলেজীয়া ছাত্ৰ হিচাপে অগণন ৰাইজৰ মাজত আছিলো আৰু নৱগ্ৰহ শ্মশানত শেষকৃত্য সমাপন হোৱালৈকে উপস্থিত আছিলো। গতিকে বৰদলৈ ডাঙৰীয়াৰ সান্নিধ্যলৈ অহাটো প্ৰশ্নই নুঠে। বৰদলৈৰ মৃত্যুৰ পিছত বিভিন্ন বাতৰি কাকত-আলোচনীত বৰদলৈ সম্পৰ্কে প্ৰকাশ পোৱা প্ৰবন্ধৰাজি অতি আগ্ৰহেৰে আৰু মনোযোগেৰে অধ্যয়ন কৰিছিলো। ইয়াৰ আগতে গ্ৰুপিংৰ সময়ত ভাৰতৰ বিখ্যাত সাংবাদিক তেলিয়াৰ খানে প্ৰকাশ কৰা বৰদলৈদেৱৰ ঐতিহাসিক সাক্ষাৎকাৰ এটি, যিটো প্ৰকাশ পাইছিল— ইংৰাজীৰ পৰা অসমীয়ালৈ অনূদিত অধুনাবিলুপ্ত অসমীয়া বাতৰি কাকত এখনত। সেই বিখ্যাত সাক্ষাৎকাৰটি এতিয়া বিচাৰি চলাথ কৰা সত্ত্বেও ক'তো নোপোৱাত এই পুথিখনিত সন্নিৱিষ্ট কৰিব পৰা

নগ'ল। বৰদলৈদেৱৰ অপ্ৰকাশিত দিনপঞ্জীখনৰো দুখিলামান পাত এই পুথিখনিত সন্নিৱিষ্ট কৰিবলৈ চেষ্টা কৰাতো বিফল হ'লো। বৰদলৈৰ পৰিয়ালতো বৰ্তমানে তাৰ প্ৰতিলিপি বিচাৰি নাপালো। আমাৰ সাধ্যানুসাৰে যিখিনি তথ্য-পাতি সংগ্ৰহ কৰাত সমৰ্থ হ'লো সেইখিনিহে এই গ্ৰন্থখনিত দিব পাৰিলো। ভৱিষ্যতে কোনোবাই বৰদলৈদেৱৰ পূৰ্ণাঙ্গ জীৱনী এখন লিখি উলিয়াবলৈ সৎপ্ৰচেষ্টা এটা চলালে এই পুথিখনিৰ পৰা যে যথেষ্ট সমল পাব তাত কোনো সন্দেহ নাই।

এই পুথিখনি লিখিবলৈ যাৰ পৰা সাহস আৰু প্ৰেৰণা পালো সেইজনা হ'ল এতিয়া অসমৰ মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া। শইকীয়া ডাঙৰীয়া তেতিয়া অসম প্ৰদেশ কংগ্ৰেছ (ই) সমিতিৰ সভাপতিৰূপে নিৰ্বাচিত হৈছে। মই তেতিয়া শইকীয়াৰ মটৰীয়াত থকা বাসভৱনত লগ ধৰি তেওঁক এখন কিতাপ দেখুৱালো— 'ডাঃ বি চি ৰয়।' সেই কিতাপখন লিখিছিল বিখ্যাত সাংবাদিক কে পি থমাছে আৰু প্ৰকাশ কৰিছিল পশ্চিমবঙ্গ প্ৰদেশ কংগ্ৰেছ কমিটিয়ে। ১৯৫৫ চনত। মই শইকীয়াক ক'লো— "পশ্চিমবঙ্গ প্ৰদেশ কংগ্ৰেছ কমিটিয়ে যদি ডাঃ বি চি ৰয়ৰ এখন কিতাপ প্ৰকাশ কৰিব পাৰে অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়েনো লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ বিষয়ে এখনি গ্ৰন্থ প্ৰকাশ কৰিব নোৱাৰে কিয়?" শইকীয়াই তৎমুহূৰ্তেই মোক আশ্বাস দি ক'লে— "ককাইদেউ, আপুনি লিখক। মই আপোনাৰ কিতাপ ছপা কৰি দিম।" সিমানেই। হিতেশ্বৰ শইকীয়াৰ সেই প্ৰতিশ্ৰুতিত ভৰসা কৰিয়েই মই এই ব্যয়বহুল পুথিখনি লিখিলো আৰু এতিয়া প্ৰকাশৰ মুখো দেখিলে। সেয়েহে মই এই পুথিখনিও মহানুভৱ হিতেশ্বৰ শইকীয়াৰ নামতেই উচৰ্গা কৰিলো।

শেষত এই পুথিখনিৰ বাবে এটি পইচাও আগধন নিবিচাৰি সুন্দৰ ছপাবন্ধাৰে প্ৰকাশ কৰি দিয়াৰ কাৰণে 'অগ্ৰদূত' কাকতৰ সম্পাদক, বিশিষ্ট সাংবাদিক-সাহিত্যিক কনকসেন ডেকাৰ মহানুভৱতাৰো শলাগ ল'লো। তেখেতৰ প্ৰেছৰ কৰ্মচাৰীবৃন্দয়ো যি একাগ্ৰতাৰে পুথিখনি প্ৰকাশ পোৱাত অৰিহণা যোগালে তেওঁলোকো মোৰ শলাগৰ পাত্ৰ। তথাপি কিতাপখনিত দুই-এটা অমাৰ্জনীয় ভুল-ত্ৰুটি দৃষ্টিগোচৰ নোহোৱাকৈ নাথাকিব। তাৰ বাবে দায়ী মইহে। তেওঁলোক নহয়। পিছৰ সংস্কৰণত অৱশ্যে এই ভুল-ত্ৰুটিবোৰ নিৰাময় কৰিবলৈ চেষ্টা কৰিম বুলি প্ৰতিশ্ৰুতি দিয়াৰ বাহিৰে এতিয়া মোৰ আৰু অন্য উপায় নাই। সদৌ শেষত এই পুথিখনি পুঢ়ুৰৈৰ হাতত তুলি দিবলৈ পাই মই যে কি আনন্দ অনুভৱ কৰিছোঁ সি বৰ্ণনাতীত। এতিয়া ৰাইজে আগ্ৰহেৰে গ্ৰহণ কৰিলে মোৰ শ্ৰম সাৰ্থক হৈছে বুলি অনুভৱ কৰিম।

গুৱাহাটী
১৪-৩-৯২

কিমধিকম্
শৃল শৰ্মা

*My dear Bardoloi,*

*I have your letter and sought advice about the Assam situation. I cannot advice. You are a leader and act like a leader.*

*yours*
*Bapu*

# আগকথা

১৯১৯ চনৰ আগলৈকে অসমত ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰাদেশিক শাখা স্থাপন হোৱা নাছিল। তেতিয়ালৈকে অসমৰ ৰাজনৈতিক অনুষ্ঠান আছিল 'অসম এছোচিয়েচন'। এই এছোচিয়েচনৰ শেষ অধিবেশন বহে তেজপুৰত। এই অধিবেশনতেই 'অসম এছোচিয়েচন'ক ভাৰতীয় কংগ্ৰেছৰ এটা শাখা হিচাপে ৰূপান্তৰিত কৰা হয়। অসমক ভাৰতৰ মূলসুঁতিৰ লগত মিলিত কৰিবলৈ যিজন লোকে আপ্ৰাণ চেষ্টা কৰিছিল তেৱেঁই আছিল তেজপুৰৰ কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা।

১৯১৯ চনৰ এপ্ৰিল মাহৰ ১৯/২০ তাৰিখে যোৰহাটৰ বিষ্ণুৰাম হলত অসম এছোচিয়েচনৰ এখন বিশেষ অধিবেশন বহে। সভাত সভাপতিৰ আসন গ্ৰহণ কৰে ছবিলাল উপাধ্যায় ডাঙৰীয়াই। এইখন সভাত যোগ দিয়া মানুহৰ সংখ্যা আশাতীত হোৱাত বাহিৰৰ মুকলি ঠাইতহে সভাৰ কাম আৰম্ভ কৰিবলগা হয়।

ছবিলাল উপাধ্যায়দেৱে সভাপতিৰ আসনৰ পৰা অতি আন্তৰিকতাৰে এই কেইষাৰ কথা কৈছিল ঃ "মই গুৱাল, গৰু চৰাই আছিলো। এই কেইবছৰমানৰ পৰা আমাৰ যিবোৰ বিলৈ-বিপত্তি হৈ আছে তাৰে প্ৰতিকাৰ বিচাৰি ঘনশ্যাম বৰুৱাৰ ওচৰ চাপিলো আৰু পিছত অসম এছোচিয়েচন পালোঁগৈ আৰু এতিয়া আহিছোঁ ইয়ালৈ। মই ৰাজনীতিৰ মানুহ নহওঁ যে, আপোনালোকক কিবা ৰাজনীতিৰ কথা ক'ব পাৰিম। এতিয়া গান্ধী ওলাইছে। সকলোৱে তেওঁক মহাত্মা বুলিছে। ময়ো সকলোৰে লগত মহাত্মাৰ নাম লৈ ম'হখুঁটিৰ পৰা ওলাই আপোনালোকৰ লগ লৈছোঁহি। সভাপতি হোৱা, বক্তৃতা দিয়া মই একো নাজানো।"

সেইখন বিশেষ অধিবেশনত যোগদান কৰা অন্যান্য বিশিষ্ট ব্যক্তিসকলৰ ভিতৰত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, জননায়ক বিষ্ণুৰাম মেধি, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, অমিয় কুমাৰ দাস আদি অন্যতম।

অসম কংগ্ৰেছৰ প্ৰথম সভাপতিৰ বাবে নাম প্ৰস্তাৱ হৈছিল দেশভক্ত তৰুণৰাম ফুকনৰ। পিছে কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই আপত্তি কৰিলে। কাৰণ তেতিয়াও ফুকন ডাঙৰীয়াই চৰকাৰী আৰ্ল ল' কলেজৰ অধ্যাপক হৈ আছিল। চৰকাৰী কলেজ এখনৰ অধ্যাপক হৈ থকা ব্যক্তিজনক প্ৰদেশ কংগ্ৰেছ কমিটিৰ নিচিনা ৰাজনৈতিক অনুষ্ঠান এটাৰ সভাপতি হোৱাটো উচিত নহয় বুলি চন্দ্ৰনাথ শৰ্মাই যি আপত্তি দৰ্শালে তাৰ পৰিণতিত সভাপতি নিৰ্বাচিত হ'ল দেশনেতা কুলধৰ চলিহা। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ নিৰ্বাচিত হ'ল সাধাৰণ সম্পাদক।

১৯২০ চনত ভাৰতীয় জাতীয় কংগ্ৰেছে নাগপুৰ অধিবেশনত অসহযোগ

আন্দোলনৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। অসমত সেই আন্দোলনৰ গুৰি ধৰা মানুহজন আছিল কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা।

গান্ধীজীৰ অসহযোগ আন্দোলনৰ নীতি আছিল স্কুল-কলেজ, কাউন্সিল আৰু আদালত বৰ্জন। খাদীৰ প্ৰচলন আৰু অস্পৃশ্যতা নিবাৰণ ইয়াৰ আন দুটি উদ্দেশ্য। চন্দ্ৰনাথ শৰ্মাৰ চেষ্টাতেই সেই সময়ত কলিকতাত পঢ়ি থকা বেছিভাগ অসমীয়া ছাত্ৰই কলেজ এৰি অসমলৈ আহে, অসহযোগ আন্দোলনত নামি পৰে। ইয়াৰ পিছতেই অসমৰ বহু ছাত্ৰই স্কুল-কলেজ এৰি অসহযোগ আন্দোলনত জঁপিয়াই পৰে। অসহযোগ আন্দোলনত অসমৰ অৱদান আছিল বিশেষকৈ লেখত ল'বলগীয়া।

অসহযোগ আন্দোলনৰ সময়তেই মহাত্মা গান্ধী পোনপ্ৰথমবাৰৰ বাবে অসম ভ্ৰমণলৈ আহে। গুৱাহাটীত মহাত্মা গান্ধীক ৰখাৰ ব্যৱস্থা কৰা হৈছিল ভৰলুমুখত থকা দেশভক্ত তৰুণৰাম ফুকনৰ বাসভৱনত। দেশভক্ত ফুকনৰ ঘৰৰ আগতেই মহাত্মা গান্ধীয়ে বিদেশী বস্ত্ৰৰ বিৰাট দ'ম এটাত অগ্নিসংযোগ কৰি দাহ কৰিছিল। দেশভক্ত ফুকনৰ বহুতো মূল্যৱান বিদেশী কাপোৰৰ কোট-পেণ্ট আদিৰ এই অগ্নিপিণ্ডতে জাহ গৈছিল। সেইদিন ধৰি দেশভক্ত ফুকনেও কৰ্মবীৰ বৰদলৈৰ দৰে অসমত অসহযোগ আন্দোলনৰ নেতৃত্ব দিয়াৰ দায়িত্ব মূৰ পাতি লৈছিল। কোৱা বাহুল্য, স্বয়ং মহাত্মা গান্ধীয়েই তেওঁৰ 'ইয়ং ইণ্ডিয়া' কাকতত 'সাহসী অসমীয়াসকলৰ' এই 'সাহসী নেতাজন'ৰ নেতৃত্বত (Under the brave leader of the brave Assamese) অসমে কৰা এই বিৰাট আন্দোলনৰ কথা বৰ্ণনা কৰি গৈছে।

ওকালতি বৰ্জন কৰি অসহযোগ আন্দোলনত জঁপিয়াই পৰা অসমৰ নেতাসকলৰ কথা মহাত্মাই 'ইয়ং ইণ্ডিয়া'ত এইদৰে লিখিছিল ঃ "I must not omit to mention the fact that out of nearly seventy eight Assamese pleaders, fifteen have suspended practice, probably the highest percentage throughout India."

আদালত বৰ্জন কৰি অসহযোগ আন্দোলনত নমা গুৱাহাটীৰ উকীলসকলৰ ভিতৰত আছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, জননায়ক বিষ্ণুৰাম মেধি, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ৰোহিনী কুমাৰ চৌধুৰী, গৌৰীকান্ত তালুকদাৰ, যোগেন্দ্ৰনাথ বৰুৱা, কালিৰাম বৰ্মন, মহম্মদ তৈয়বুল্লা, কামাখ্যাৰাম বৰুৱা আৰু কালিপ্ৰসাদ বৰুৱা। তেজপুৰ আৰু যোৰহাটৰ পৰা আছিল ক্ৰমে কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, দেশনেতা কুলধৰ চলিহা আৰু কৃষ্ণনাথ শৰ্মা।

১৯২৬ চনৰ ডিচেম্বৰত গুৱাহাটীৰ পাণ্ডুত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৪১ তম বাৰ্ষিক অধিবেশনত অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল দেশভক্ত তৰুণৰাম ফুকন। প্ৰধান সম্পাদক আছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ। লোকপ্ৰিয় গোপীনাথ বৰদলৈ আছিল সহকাৰী সম্পাদক।

১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত দেশভক্ত ফুকনৰ লগতে লোকপ্ৰিয় বৰদলৈদেৱেও যোগ দিয়া নাছিল। পিছে ১৯৩৪ চনত লোকপ্ৰিয়ই প্ৰাদেশিক আইন

সভালৈ নাহি গুৱাহাটী মিউনিচিপেলিটি আৰু লোকেল ব'ৰ্ড— এই দুয়ো স্বায়ত্তশাসিত অনুষ্ঠানত নিৰ্বাচিত হৈ চেয়াৰমেন পদত থাকি জনহিতকৰ কামত লাগে। লোকপ্ৰিয় বৰদলৈয়ে ১৯৩৮ চনলৈকে অৰ্থাৎ সংযুক্ত কংগ্ৰেছৰ মন্ত্ৰীসভা গঠন কৰাৰ আগলৈকে এই দুটা অনুষ্ঠানত থাকে। সেই কালছোৱাতে ১৯৩৭ চনত অসম সাহিত্য সভাৰ গুৱাহাটীত বহা বাৰ্ষিক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিও তেওঁ নিৰ্বাচিত হৈছিল। সেইখন সাহিত্য সভাৰ সভাপতি আছিল পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া।

১৯৩৭ চনত লোকপ্ৰিয় গোপীনাথ বৰদলৈ অসম বিধান সভালৈ নিৰ্বাচিত হৈ কংগ্ৰেছ বিৰোধী দলৰ নেতা নিৰ্বাচিত হোৱাৰ পৰাহে তেখেত অসম কংগ্ৰেছৰ অপ্ৰতিদ্বন্দ্বী নেতা হিচাপে পৰিগণিত হয়। ১৯৩৮ চনত লোকপ্ৰিয় বৰদলৈ সংযুক্ত কংগ্ৰেছ মন্ত্ৰীসভাৰ প্ৰধানমন্ত্ৰী হোৱাৰ পৰাহে তেখেত সৰ্বভাৰতীয় ৰাজনীতিৰ মঞ্চত এগৰাকী সৰ্বজনপ্ৰিয় নেতাৰূপে গণ্য হৈ পৰে।

১৯৫০ চনৰ ৫ আগষ্ট তাৰিখে লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ দেহাৱসান হোৱাৰ সময়লৈকে তেখেত অসম তথা সৰ্বভাৰতীয় ৰাজনীতিৰ এজন অবিসম্বাদী নেতা আছিল। লোকপ্ৰিয় বৰদলৈৰ নিৰ্ভীক নেতৃত্ব, নিঃস্বাৰ্থ দেশপ্ৰেম আৰু ৰাজনৈতিক দূৰদৰ্শিতা তথা বিচক্ষণতাৰ বিষয়ে এনে আগকথাত বেলেগে কোৱাৰ প্ৰয়োজন নেদেখোঁ। আমাৰ প্ৰকাশিত আৰু শ্ৰীশূল শৰ্মা প্ৰণীত এই পুথিখনতেই লোকপ্ৰিয় বৰদলৈৰ ৰাজনৈতিক নেতৃত্ব সম্পৰ্কে সম্যকভাৱেই আলোচিত হৈছে বুলি মোৰ ধাৰণা।

লোকপ্ৰিয় বৰদলৈৰ মৃত্যুত সেই সময়ত দিল্লীৰ পৰা প্ৰকাশিত Shankar's Weekly কাকতখনৰ সম্পাদকীয় প্ৰবন্ধত লিখিছিল—

"ভাৰতীয় যুক্তৰাষ্ট্ৰৰ প্ৰধানমন্ত্ৰীৰ পদ আন প্ৰাদেশিক চৰকাৰৰ প্ৰধানমন্ত্ৰীসকলৰ দৰে নহয়। ইবিলাকে যেন চাৰ্কাছ পাৰ্টিৰ খেলত এনেদৰে থাকে দৰ্শকসকলে এই পৰিল, এই পৰিল যেন দেখি থাকে। কোনো কোনো প্ৰদেশৰ কিন্তু মাদ্ৰাজ প্ৰদেশৰ প্ৰকাশমৰ দৰে পতনৰ ঘটনা অপূৰ্ব আৰু অতি আকৰ্ষণযুক্ত যে যদি কোনো তিষ্ঠিবও খোজে কোনোৱে যে পিছফালটো টানি পেলাই দিবলৈ চেষ্টা কৰে। যুক্ত প্ৰদেশৰ পান্ত তেখেতসকলৰ আৰু প্ৰতিবাদ এটা ভুৱা দিয়া সমৰ্থকৰ সংখ্যা দেখুৱাই ৰৈ আছে। বম্বে প্ৰদেশৰ খেৰ তেখেতে বিনয়, নম্ৰ ব্যৱহাৰ আৰু চৰ্দাৰ পেটেলৰ সমৰ্থনত এছ কে পাটিলৰ যোগ্যতাকো চেৰ পেলাই ৰৈ থাকিব পাৰিছে। মধ্যপ্ৰদেশৰ সকলোৰে পক্ষে স্থিৰ যে শুক্লৰ দৰে এনে দুকোছা গোঁফ আৰু পাব ক'ত? উৰিষ্যাৰ মহতাবে এনে অৱস্থাৰ সৃষ্টি কৰিছে যে তেওঁতকৈ আন কোনো উপযুক্ত মানুহ নাই এনে ধাৰণা বদ্ধমূল হৈছে। বিহাৰীসকল ইমান এলেহুৱা যে তেওঁবিলাকে সিংহৰ বিষয়ে নাভাবেই, ভাবিলেও সিজনতকৈ ইজন ভাল নহ'লেও একে বুলিয়েই ধৰে। অসমৰ বৰদলৈয়ে মাথোন প্ৰমাণ কৰি দেখুৱাইছিল যে তেখেত ৰাইজৰ এজন আৰু কোনো নেতাৰ সহায়তা পোৱা নাছিল। তেখেতৰ মৃত্যুৱে অসমক এজন অপ্ৰতিদ্বন্দ্বী নেতাৰ পৰা বঞ্চিত কৰিলে।

## ভাৰতৰত্ন লোকপ্ৰিয় গোপীনাথ বৰদলৈ

বৰদলৈয়ে অসমীয়া জাতিৰ জীৱন আৰু চিন্তাধাৰাৰ মাজত এনেদৰে নিজৰ অস্তিত্ব বিলাই দিছিল যে তেখেতেই অসম আৰু অসমেই তেখেতৰ দৰে হৈছিল। বৰদলৈ নোহোৱা হ'লে অসমৰ তৃতীয় চতুৰ্থাংশ পৰ্বত আৰু বননি আৰু সৰহীয়া জনজাতিৰে এখন সমস্যা-পৰিপূৰ্ণ প্ৰদেশ হ'লহেঁতেন। ইয়াৰ সীমান্ত সুন্দৰ যুদ্ধক্ষেত্ৰ আৰু মাজ ঠাইডোখৰ চোৰাংকৈ সোমাবৰ (শত্ৰুপক্ষ বা বিপক্ষ) যথেষ্ট অবসৰ আছে। কিন্তু বৰদলৈদেৱৰ কংগ্ৰেছ নেতৃত্বই যোৱা ১৯৩৭ চনৰ পৰা মৃত্যুৰ দিনলৈকে অসমক যথেষ্ট ৰক্ষা কৰি গ'ল। আজি অসম পাকিস্তান বা তাৰ অংশ হ'বলৈ পোৱা নাই। কাৰণ বৰদলৈদেৱৰ অক্লান্ত চেষ্টাৰ ফলত। তেখেতে কেবিনেট মিছনৰ সমষ্টি প্ৰস্তাৱ নাকচ কৰাব পাৰিলে আৰু কংগ্ৰেছৰ গুৰিয়ালসকলৰো মনোভাব সলনি কৰিবলৈ সমৰ্থ হ'ল তেখেতৰ দৃঢ়তাৰ বাবে। এই নেতৃত্বৰ বাবেই আজি তেখেতৰ মহত্ত্ব প্ৰকাশিত হৈছে আৰু অসমক আত্মঘাতী পন্থাৰ পৰা ৰক্ষা কৰিছে।

তেখেতৰ নেতৃত্ব কিন্তু অপ্ৰতিদ্বন্দ্বী আছিল আৰু তেখেতে সদায় একে নীতিতে ধৰি থাকিব পৰাত দেখনিয়াৰভাৱে কোনো ঠাইলৈ অহা-যোৱা কৰিবলগাও নাছিল। অসমৰ যাৱতীয় সমস্যাবোৰৰ তেখেতে যোগ্যতাৰে সন্মুখীন হৈছিল তাৰ কাৰণে যি সাহস আৰু ধৈৰ্য লাগে সি অতুলনীয়ভাৱেই তেখেতৰ আছিল। যদিও তেখেতে অসমৰ আশা-আকাংক্ষা নিৰ্ভুলভাৱে প্ৰকাশ কৰিছিল আৰু ক্ষমতাৰ কাৰণে কাৰো লগত অৰিয়া-অৰি কৰিবও লগা নাছিল তথাপি এইটো ঠিক যে নবগঠিত যুক্তৰাষ্ট্ৰৰ এজন অগ্ৰণী নেতা আছিল আৰু স্মৃতি মাৰ্বলৰ প্ৰতিমূৰ্তিৰ দৰে যুগমীয়া হৈ থাকিব।"

লোকপ্ৰিয় বৰদলৈ কম কথা কোৱা নেতা আছিল। বৰদলৈদেৱৰ বিচক্ষণতা প্ৰকাশ পাইছিল তেখেতৰ কাৰ্যত। অসমৰ সমস্যা আৰু বৰদলৈদেৱৰ সমস্যা একে আছিল। সেয়েহে চৰ্দাৰ পেটেলে বৰদলৈৰ মৃত্যুত কৈছিল—

"It is difficult to think of Assam without Gopinath Bardoloi. He had identified himself with the interest of his State and for years the political life had so much intermingled with his great personality that we had come to think of those two entities being always synonymous."

অসমৰ স্বকীয় বৈশিষ্ট্য বজাই ৰাখি, অসমৰ অস্তিত্ব ৰক্ষা কৰাটোৱেই হৈছে আজি আমাৰ প্ৰধান কৰ্তব্য। সকলো শ্ৰেণীৰ লোকৰ মাজত সদ্ভাব, সম্প্ৰীতি আৰু সংহতি স্থাপন কৰি সুজলা-সুফলা সোণৰ অসম গঢ়াটোৱেই হ'ল আমাৰ সকলোৰে কাম্য। লোকপ্ৰিয় বৰদলৈদেৱৰ জন্মশতবাৰ্ষিকীত আহক আমি এটায়েই তেখেতৰ স্বদেশপ্ৰেমৰ আদৰ্শ আৰু কৰ্মৰাজিৰ কথা কায়মনোবাক্যে স্মৰণ কৰি ধন্য হওঁহক।

হিতেশ্বৰ শইকীয়া

গুৱাহাটী — সভাপতি, অসম প্ৰদেশ কংগ্ৰেছ (ই) কমিটি

# এক

মানুহৰ প্ৰকৃত পৰিচয় ক'ত? ব্যৱহাৰত। স্বনামধন্য মহান পুৰুষৰ কেতবোৰ কাৰ্যাৱলীয়ে ঔদাৰ্য, সহনশীলতা, দূৰদৰ্শিতা আদি মনোবৃত্তি আৰু চাৰিত্ৰিক গুণাৱলী নিৰূপণ কৰাত সহায় কৰে। গোপীনাথ বৰদলৈৰ মননশীলতাই বহুতকে আকৰ্ষিত কৰিছিল। অনুপ্ৰাণিতও কৰিছিল। উদাহৰণেই উপদেশৰ আৰ্হি।

শ্ৰদ্ধাভাজন জ্যেষ্ঠপ্ৰতিম গৰাকী সেই সময়ত অসম চৰকাৰৰ ডিৰেক্টৰ। প্ৰচাৰ বিভাগৰ। এতিয়াৰ অধিকৰ্তা। তথ্য আৰু জনসংযোগৰ। শিক্ষাগত অৰ্হতা— এম এ, বি এল, বি টি। চাকৰি জীৱনৰ আৰম্ভণি শিক্ষা জগতত। হেড্‌মাষ্টৰ। কামৰূপ একাডেমীৰ। গুৱাহাটীৰ। চাকৰি জীৱন তিনিটা চৰকাৰৰ অধীনত। ভাৰত চৰকাৰ, অসম চৰকাৰ আৰু আমেৰিকাৰ চৰকাৰ।

অসম লোকসেৱা আয়োগে জাননী দিলে প্ৰাৰ্থী বিচাৰি। বিধান সভাৰ সচিবালয়ৰ সচিব পদৰ বাবে। তেওঁ কৰিলে আবেদন। আয়োগৰ চেয়াৰমেন আছিল কামেশ্বৰ দাস। সদস্য ছয়িদুৰ ৰহমান, মিছেছ্ বণিলী খংমেন। যথাসময়ত মৌখিক পৰীক্ষা হ'ল। ছয়িদুৰ ৰহমান চাহাবে প্ৰশ্ন কৰিলে— প্ৰোপ'ৰচানেল ৰিপ্ৰেজেন্‌টেছন মানে কি? ছিংগল ট্ৰেন্সফাৰেব'ল ভোট কি? তেওঁ এছেম্বলী মেনুৱেলখন ভালদৰে পঢ়ি গৈছিল। অংক এটাৰ সহায়েৰে প্ৰশ্নৰ উত্তৰ দিলে। পালে প্ৰথম নমিনেচন। গতিকে কামটো পাবই। পিছে নাপালে।

প্ৰধানমন্ত্ৰী (আজিকালি মুখ্যমন্ত্ৰী) গোপীনাথ বৰদলৈক দেখা কৰিলে। ক'লে— 'মই প্ৰথম নমিনেচন পাইছোঁ। আপুনি বোলে মোক চাকৰিটো দিব খোজা নাই?'

'ঠিকেই শুনিছা। তোমাৰ নামটো এক নম্বৰত আছে। পিছে তোমাক চাকৰিটো নিদিওঁ।'

'প্ৰধানমন্ত্ৰীয়ে আয়োগৰ বাছনি নাকচ কৰিলে, কথাটো বেয়া হ'ব নেকি?'

'তোমাক কিহে পাইছে। দপ্তৰ এটাৰ মুৰব্বী হৈ আছা। সেইটো বেয়া হৈছে নেকি?'

'সেইটো এটা গালিখোৱা দপ্তৰ। ভাল কাম কৰিলেও স্বীকৃতি নাপায়। তদুপৰি বিধান সভাৰ সচিবৰ দৰমহা দুশ টকা বেছি।'

'সেইকেইটা টকা তোমাৰ নহ'লেও চলিব। প্ৰচাৰ বিভাগৰ কামটো এৰি দিলে মই আকৌ এজন ডিৰেক্টৰ বিচাৰিব লাগিব। তুমি য'তে আছা ত'তে থাকা।'

'তেনেহ'লে কামটো দ্বিতীয় নমিনেচন পোৱা কেশৱ নাৰায়ণ দত্তক দিব নেকি?'

'তেওঁকো নিদিওঁ। তেওঁ ডিষ্ট্ৰিক্ট গেজেটিয়াৰৰ এডিটৰ হৈ আছে। তেওঁ তাতে থাকক। মই ৰবীন বৰুৱাক দিম। তেওঁৰ নামটো তিনি নম্বৰত থাকিলেও তেওঁক থানথিত লগাবৰ কাৰণে চাকৰিটো দিম। তেওঁ এতিয়া নামতহে ওকালতি কৰি আছে।'

কৃতী গল্প-লেখক, সাহিত্যিক ঈশ্বৰপ্ৰসাদ চৌধুৰীৰ চাকৰিটো নহ'ল। কিন্তু সেইদিনা তেওঁ প্ৰধানমন্ত্ৰীৰ ওচৰৰ পৰা হাঁহিমুখে বিদায় লৈ আহিছিল। মনত অকণো তিক্ততা নাছিল। কাৰণ— প্ৰধানমন্ত্ৰীৰ মুকলি মনৰ খোলোচা কথা, চৌধুৰীৰ প্ৰতি তেওঁৰ মৰম-চেনেহ।

এনেকুৱাই আছিল, সেই সময়ৰ মন্ত্ৰী আৰু বিষয়াৰ সম্বন্ধ। গোপীনাথ বৰদলৈ, সঁচাকৈয়ে আছিল লোকপ্ৰিয়। কূৰ্টুট-কপট নোহোৱা, খোলোচা মনেৰে কথা কোৱা লোক। চৰকাৰী বিষয়াসকলৰ প্ৰতি তেখেতৰ ব্যৱহাৰ আদৰ্শনীয়। তেতিয়া, আৰু এতিয়া! সৰ্বজনমান্য প্ৰধানমন্ত্ৰী বৰদলৈ ডাঙৰীয়াৰ উদাৰ অন্তঃকৰণ আৰু সংস্কৃতিৰ সামান্য পৰিচয় দিবৰ উদ্দেশ্যেৰেই এই ঘটনাৰ অৱতাৰণা।

বাপু মাষ্টৰ। উত্তৰ গুৱাহাটীত তেওঁক সেই নামেৰেহে জানিছিল। পোছাকী নাম কুমুদ বৰদলৈ। পাঠশালা বিদ্যালয়ৰ পণ্ডিত। বাৰ টকাৰে পৃথিৱী ঘূৰোৱা পণ্ডিত। গুৱাহাটী লোকেল ব'ৰ্ডৰ। লোকপ্ৰিয় তেতিয়া চেয়াৰমেন। শিলপুখুৰীত থাকে। বাপু মাষ্টৰক উত্তৰ গুৱাহাটীৰ পৰা নি একেবাৰে বেলতলাৰ স্কুল এখনলৈ বদলি কৰিলে। ৰাতিপুৱাই নাৱেৰে বিশাল ব্ৰহ্মপুত্ৰ পাৰ হৈ খোজকাঢ়ি বেলতলা পাবগৈ লাগে। পুনৰ আবেলি উত্তৰ গুৱাহাটী ওলায়হি। শিলপুখুৰীৰ ঘৰৰ দুৱাৰমুখতে পালে এদিন বৰদলৈয়ে।

'কি অ' বাপু, তই ক'লৈ যাৱ?'

'খুড়া, মোক বেলতলালৈ বদলি কৰিলে নহয়!'

'অ', হয় নেকি? যা বাৰু।'

সিমানেই কথা। দুদিনৰ পাছত বাপু মাষ্টৰে আকৌ বদলিৰ হুকুম পালে। উত্তৰ-গুৱাহাটীৰ ঘৰৰ ওচৰৰ পাঠশালা বিদ্যালয় এখনলৈ।

এইজনাই হ'ল লোকপ্ৰিয় গোপীনাথ বৰদলৈ।

দেবী। উত্তৰ গুৱাহাটীৰ দেবী উকীল। আচল নাম দেবেন্দ্ৰ কুমাৰ বৰদলৈ। লোকপ্ৰিয় বৰদলৈৰ সম্বন্ধীয়া ভতিজা। একে ডালৰে, একে ঠালৰে— উজিৰ বৰদলৈৰ বংশৰ। শিলপুখুৰীৰ লোকপ্ৰিয়ৰ ঘৰতে থাকি দেবীয়ে সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষা পাছ কৰিলে কলেজিয়েট স্কুলৰ পৰা। কেইবাটাও বিষয়ত 'লেটাৰ মাৰ্ক' লৈ প্ৰথম বিভাগত। লোকপ্ৰিয়ই সদায় 'হ'মৱৰ্ক' দিয়ে। সেইমতে দেবীয়ে ৰাতি মেজত

ৰাখিব লাগে। বৰদলৈ তেতিয়া গুৱাহাটীৰ উকীল। লগতে কংগ্ৰেছৰ নেতা। দেৱীক ইংৰাজী-অংক ভালকৈ শিকালে। দেৱীয়েও কটন কলেজৰ পৰা অংকত অনাৰ্ছ লৈ সুখ্যাতিৰে বি এ পাছ কৰি পিছত বি এল পৰীক্ষাও পাছ কৰিলে। লোকপ্ৰিয় বৰদলৈয়ে দেৱীক দুটা প্ৰাইভেট টিউচনো যোগাৰ কৰি দিছিল। এটা দেৱকান্ত বৰুৱা নামৰ ল'ৰা এজন পঢ়াব লাগে। দ্বিতীয় টিউচনটো হ'ল বিলাতৰ পৰা বেৰিষ্টাৰ হৈ অসমলৈ উভতি অহা ফকৰুদ্দিন আলী আহমদক অসমীয়া শিকাব লাগে।

দেৱীয়ে পঢ়োৱা প্ৰথমজন ল'ৰা দেৱকান্ত বৰুৱাই হ'ল পিছৰ কালৰ বিখ্যাত দেৱ বৰুৱা— অসম বিধান সভাৰ অধ্যক্ষ, শিক্ষামন্ত্ৰী, ৰাজ্যপাল, কেন্দ্ৰীয় মন্ত্ৰী আৰু তাৰ পিছত নিখিল ভাৰত কংগ্ৰেছৰ সভাপতি। কবি, সাহিত্যিক, সাংবাদিক, ৰাজনীতিবিদ।

আনজন ফকৰুদ্দিন আলী আহমদেই হ'ল পিছৰ কালত অসমৰ বিত্ত আৰু ৰাজহমন্ত্ৰী, এড্‌ভোকেট জেনেৰেল, কেন্দ্ৰীয় মন্ত্ৰী— তাৰ পিছত ভাৰতৰ পঞ্চমজনা ৰাষ্ট্ৰপতি।

লোকপ্ৰিয় গোপীনাথ বৰদলৈ অসমত দুবাৰ প্ৰধানমন্ত্ৰী (আজিকালি মুখ্যমন্ত্ৰী) হ'ল— ১৯৩৮ আৰু ১৯৪৬ চনত। গৈছিল দেৱী উকীল দুবাৰ নে এবাৰ শ্বিলঙলৈ। উত্তৰ গুৱাহাটীৰ পৰা দদায়েকৰ ঘৰলৈ। ফুৰিবলৈহে।

লোকপ্ৰিয়ই ক'লে,— 'দেৱী, তই আহিছ। ভিতৰলৈ যা। খাই-বৈ জিৰণি ল'বি। ভাত খাবলৈ মোলৈ ৰ'ব নালাগে।'

ৰাতি অৱশ্যে ঘৰুৱা কথা-বতৰা হ'ল। পিছদিনা দেৱী পুনৰ গুৱাহাটীলৈ ঘূৰি আহিল। পেটত কিবা অন্য ক'বলগীয়া, কৰিবলগীয়া কথা আছিল যদিও লোকপ্ৰিয়ৰ আগত উলিয়াবলৈ সাহস নহ'ল।

দেৱী উকীল, দেৱী উকীল হৈয়ে থাকিল। আকালো নাই, ভঁৰালো নাই। দদায়েক লোকপ্ৰিয় বৰদলৈয়ে মৰমৰ ভতিজাকক প্ৰধানমন্ত্ৰী হৈও একো এটা কৰি নিদিলে। তেওঁ অসমৰহে প্ৰধানমন্ত্ৰী, ভাই-ভতিজাক চাকৰি-বাকৰি দিবলৈ ৰাইজৰ কল্যাণৰ দায়িত্ব লোৱা নাছিল নহয়! আজিৰ মন্ত্ৰীৰ লগত বৰদলৈদেৱৰ পাৰ্থক্য সেইখিনিতেই।

বৰদলৈদেৱৰ পূৰ্বপুৰুষ আৰু দেউতাক ডাঃ বুদ্ধিশ্বৰ বৰদলৈৰ মাটি-ভেটি, ঘৰ-দুৱাৰ আছিল উত্তৰ গুৱাহাটীৰ মধ্যমখণ্ডত। মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত। উত্তৰ গুৱাহাটীৰ ৰাইজে প্ৰায়ে গৌৰৱ কৰা শুনিছোঁ— অসমৰ তিনিজনা প্ৰখ্যাত মুখ্যমন্ত্ৰী— গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি আৰু বিমলাপ্ৰসাদ চলিহা তেওঁলোকৰ জোঁৱাই ল'ৰা। বেছিভাগ মানুহে নাজানে এইটো যে লোকপ্ৰিয় গোপীনাথ বৰদলৈ উত্তৰ গুৱাহাটীৰ কেৱল জোঁৱায়েই নহয়— তেওঁ উত্তৰ গুৱাহাটীৰ ভূমিপুত্ৰও। উত্তৰ গুৱাহাটীয়াই। পিছতহে লোকপ্ৰিয়ৰ দেউতাক ডাঃ বুদ্ধিশ্বৰ বৰদলৈয়ে গুৱাহাটীলৈ উঠি

গ'ল। কেৱল লোকপ্ৰিয়ৰ ঘৰখনেই নে? প্ৰখ্যাত সংগীতজ্ঞ লক্ষীৰাম বৰুৱা, বিখ্যাত নেতা আৰু উকীল যোগেন্দ্ৰনাথ বৰুৱা, ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ— তেখেতৰে সুযোগ্য পুত্ৰ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, সদৰামীন গৰ্গৰাম বৰুৱা— তেখেতৰে সুযোগ্য পুত্ৰ বিদগ্ধ সংস্কৃত পণ্ডিত আনন্দৰাম বৰুৱা, প্ৰত্নতত্ত্ববিদ সোণাৰাম চৌধুৰী, বিলাতফেৰৎ প্ৰখ্যাত ইঞ্জিনীয়াৰ বলিনাৰায়ণ বৰা, বিখ্যাত সমাজবাদী নেতা আৰু সাহিত্যিক হেম বৰুৱাৰ দেউতাক বিনন্দ বৰুৱা— এওঁলোক উত্তৰ গুৱাহাটীৰ পৰা গুৱাহাটী আৰু অন্যান্য ঠাইলৈ উঠি যোৱা অসমৰ প্ৰখ্যাত ব্যক্তি। সময়বালিত চিন ৰাখি থৈ যোৱা ব্যক্তি। এতিয়াৰ প্ৰখ্যাত ব্যক্তিৰ ভিতৰতো অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু, প্ৰাক্তন মন্ত্ৰী গিৰীণ চৌধুৰী, প্ৰাক্তন মন্ত্ৰী আৰু উকীল উপেন দাস, বিখ্যাত ফুটবল খেলুৱৈ মোহনবাগান ক্লাবৰ কেপ্তেইন শৰৎ দাস, প্ৰেমধৰ চৌধুৰী, সাহিত্যিক-শিল্পী-নাট্যকাৰ 'ৰসাল মানুহ' লক্ষ্যধৰ চৌধুৰী, ফুটবলৰ যাদুকৰ পিলিক চৌধুৰী, গুৱাহাটী মিউনিচিপেলিটিৰ চেয়াৰমেন আৰু কামৰূপ একাডেমীৰ হেডমাষ্টৰ গোলাপ চৌধুৰী সকলোৱেই উত্তৰ গুৱাহাটীৰ আগৰ ভেটি-মাটি এৰি বৃহত্তৰ গুৱাহাটীৰ বাসিন্দা হৈছেগৈ। এই উত্তৰ গুৱাহাটীৰে হ'ল বুৰঞ্জীবিদ হৰকান্ত শৰ্মা বৰুৱা সদৰামীন, তেখেতৰ গুণীপুত্ৰ বিখ্যাত চিত্ৰকৰ ৰত্নকান্ত তহচিলদাৰ আদি। কোৱা শুনিছোঁ— শৰৎচন্দ্ৰ গোস্বামীদেৱে হেনো এখন ভূগোলো লিখিছিল— তাত আছিল 'উত্তৰ গুৱাহাটী ভদ্ৰলোকৰ বসতিস্থান'। গোস্বামী ডাঙৰীয়াই এনেয়ে লিখা নাছিল। আজিৰ উত্তৰ গুৱাহাটী বিখ্যাত আৰু প্ৰখ্যাত— আনন্দৰাম বৰুৱাৰ দেউতাক গৰ্গৰাম বৰুৱাই নলবাৰী নে ৰঙিয়াৰ পৰা আনি স্থাপন কৰা বিগ্ৰহ-কৃষ্ণমূৰ্তি-দৌলগোবিন্দ মন্দিৰৰ কাৰণেহে। প্ৰতিবছৰে মাঘৰ পূৰ্ণিমাতেই আটাইতকৈ বেছি মন্দিৰ দৰ্শনাৰ্থীৰ ভিৰ হয়— দহ হেজাৰলৈকে।

গোপীনাথে মুখত সোণ-ৰূপৰ চামুচ লৈ জন্মগ্ৰহণ কৰা নাছিল। কৰিছিল পেটে-ভাতে খাই-বৈ থাকিব পৰা সাধাৰণ মধ্যবিত্ত পৰিয়াল এটাতহে। দেউতাক এল এম পি ডাক্তৰ। অৱশ্যে চৰকাৰী চিকিৎসক। ডাক্তৰ বুদ্ধিশ্বৰ বৰদলৈ। মাক প্ৰাণেশ্বৰী দেৱীও সাধাৰণ ঘৰৰ জীয়ৰী মাত্ৰ। দেউতাক চৰকাৰী ডাক্তৰ হ'লে কি হ'ব? তেতিয়াৰ দিনত সেইবোৰ ডাক্তৰৰ দৰমহা কিমান? টকা দুশও নহয়। অৱশ্যে নিজৰ পৰিয়াল এটা পোহ-পাল দিবলৈ সেয়েই যথেষ্ট। সাঁচিবলৈ বিশেষ একো নৰয়গৈ। তাতে বাহিৰা চিকিৎসা কৰিও ধন পোৱা নাযায়। তাতে বুদ্ধিশ্বৰ বৰদলৈ মৰমিয়াল লগতে ধন-সম্পত্তিৰ প্ৰতিও মোহ নথকা মানুহ আছিল। প্ৰায়েই দুখীয়া-নিচলাৰ পৰা পা-পইচা নলৈছিল। উজিৰ বৰদলৈৰ বংশৰ মানুহ ধৰ্মপ্ৰাণ। সদ্ বংশৰ।

প্ৰাচীন বুৰঞ্জীৰ মতে দৈৱজ্ঞ ব্ৰাহ্মণসকলৰ ভিতৰত প্ৰথমতে বাৰ ঘৰ আৰু তাৰ

পিছত আৰু চব্বিছ ঘৰ পৰিয়াল ভিন্ ভিন্ সময়ত অসমলৈ আহে। প্ৰাগ্‌জ্যোতিষপুৰ, নৱগ্ৰহৰ মঠ-মন্দিৰ, প্ৰাথমিক হিন্দু জ্যোতিষ আদিৰ লগত অসমৰ দৈৱজ্ঞ ব্ৰাহ্মণ সকলৰ অবিচ্ছেদ্য সম্বন্ধ। এই প্ৰতিষ্ঠানসমূহৰ সমানেই এওঁলোকৰ বসতিও অসমত প্ৰাচীন। ভিন্ ভিন্ সময়ত ভিন্ ভিন্ ইন্দ্ৰবংশী আৰু শিৱবংশী ৰজাসকলৰ ৰাজত্বত দৈৱজ্ঞ ব্ৰাহ্মণ পৰিয়াল অসমলৈ আহি আগতে অহাসকলৰ লগত বৈবাহিক সম্বন্ধ আদি কৰি অসমত স্থায়ীভাৱে বসতি কৰিবলৈ ল'লে।

লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ স্বভাৱ-চৰিত্ৰই সদ্‌বংশজাতৰ পৰিচায়ক। তেওঁলোকৰ পূৰ্বপুৰুষসকল উজিৰ বৰদলৈৰ বংশ বুলি জনাজাত। প্ৰথম পুৰুষজনা হ'ল ধৰ্মাংগদ ত্ৰিবেদী। তেখেতে ১৫৩৯ শকত অসমলৈ আহিছিল কামাখ্যা তীৰ্থ দৰ্শন কৰিবলৈ। পিছে অসমৰ প্ৰাকৃতিক শোভা মনোৰম দেখি আৰু জলবায়ু সুচল বুলি অনুভৱ কৰি ইয়াতেই চতুষ্পাঠী খুলি অধ্যাপনা আৰম্ভ কৰিলে।

ধৰ্মাংগদ ত্ৰিবেদীৰ পুত্ৰ হ'ল হৰিকানাই। এওঁ জ্যোতিৰ্ভূষণ। এওঁকেই উজিৰ বৰদলৈ বুলি কোৱা হয়। তেওঁৰ পিছৰ পৰাই তেওঁলোকৰ সতি-সন্ততিসকলে বৰদলৈ উপাধি লিখিবলৈ ল'লে। হৰিকানাইৰ পুত্ৰ নৰহৰি আৰু তেওঁৰ পুত্ৰ তুৱাহৰি। তুৱাহৰি বৰদলৈৰ তিনিপুত্ৰ গুণাৰাম বৰদলৈ, চন্দ্ৰকান্ত বৰদলৈ উকীল আৰু ৰুদ্ৰৰাম বৰদলৈ। কন্যাসন্তান কেৱল চান্দী দেৱী। চন্দ্ৰকান্ত বৰদলৈ উকীলৰ পুত্ৰ আছিল দুজন— লক্ষ্মীকান্ত বৰদলৈ আৰু ডাক্তৰ বুদ্ধিশ্বৰ বৰদলৈ।

চন্দ্ৰকান্তৰ বৰপুত্ৰ লক্ষ্মীকান্ত বৰদলৈ আছিল মৌজাদাৰ। সোণাপুৰ-ক্ষেত্ৰী অঞ্চলৰ ৰামচাই মৌজাৰ।

ডাক্তৰ বুদ্ধিশ্বৰ বৰদলৈয়ে এল এম পি পৰীক্ষা পাছ কৰি চৰকাৰী ডাক্তৰ হ'ল। বুদ্ধিশ্বৰৰ প্ৰথম সন্তান কন্যা শশীকলা দেৱী। দ্বিতীয় সন্তান আৰু প্ৰথম পুত্ৰ হ'ল ইন্দ্ৰেশ্বৰ বৰদলৈ, দ্বিতীয় পুত্ৰ গোপীনাথ বৰদলৈ, তৃতীয় পুত্ৰ গণেশচন্দ্ৰ বৰদলৈ আৰু চতুৰ্থ তথা কনিষ্ঠ পুত্ৰ ৰত্নেশ্বৰ বৰদলৈ।

গোপীনাথ বৰদলৈৰ জন্ম হ'ল নগাঁৱৰ ৰহাত। ১৮৯০ চন ৬ জুন দেওবাৰে। অসমীয়া শক ১৮১২, ২৬ জেঠ। দেউতাক ডাক্তৰ বুদ্ধিশ্বৰ বৰদলৈ তেতিয়া ৰহাৰ চৰকাৰী চিকিৎসক। বৰদলৈয়ে প্ৰাথমিক শিক্ষা ৰহাতে আৰম্ভ কৰে। পিছত দেউতাক তাৰ পৰা মংগলদৈলৈ বদলি হয়। তেতিয়াৰ দিনত মংগলদৈলৈ যাবলৈ বৰ অসুবিধা আছিল। গতিকে ডাক্তৰ বৰদলৈয়ে নাৱেৰেহে সপৰিয়ালে গৈ খাৰুপেটীয়াত উঠিছিলগৈ। এতিয়া শুনিলে আচৰিত যেন লাগে সেই নৌকাযাত্ৰা কৰোঁতে এসপ্তাহ লাগিছিল। শিশু গোপীনাথে সেই নৌকাযাত্ৰাৰ ভিতৰতেই মহাভাৰতখন পঢ়ি শেষ কৰিছিল। এই যে পঢ়াত ৰাপ আছিল তাৰ উমান গোপীনাথে শেষ বয়সলৈকে বিভিন্ন

কিতাপ-পত্ৰ পঢ়ি থকাৰ পৰাই কৰিব পাৰি। পিছে দেউতাক মংগলদৈত দুবছৰমান থকাৰ পিছত পুনৰ বৰপেটালৈ বদলি হয়। তাৰ কিছুদিনৰ পিছতেই ডাঃ বৰদলৈৰ পৰিবাৰ অৰ্থাৎ গোপীনাথৰ মাতৃবিয়োগ ঘটে। গোপীনাথৰ বয়স বোধহয় তেতিয়া দহ-এঘাৰ বছৰ। গোপীনাথৰ বায়েক শশীকলাক বিয়া দিছিল উত্তৰ গুৱাহাটীৰ বৈকুণ্ঠ চাংকাকতীলৈ। শশীকলাও কম বয়সতে বিধৱা হ'ল। দেউতাকে তেওঁক গুৱাহাটীৰ নিজৰ ঘৰলৈ লৈ আনি ভায়েকহঁতক দায়িত্ব অৰ্পণ কৰিলে।

গোপীনাথে কটন কলেজিয়েটত নাম লগাই সেইখন স্কুলৰ পৰাই ১৯০৭ চনত প্ৰৱেশিকা পাছ কৰে প্ৰথম বিভাগত। লগতে এটা জলপানী ধৰিবলৈও সক্ষম হয়। কোৱা নিষ্প্ৰয়োজন, গোপীনাথ হাইস্কুলীয়া অৱস্থাতো এজন মেধাৱী ছাত্ৰ আছিল। কটন কলেজত আই এ পঢ়ি ১৯০৯ চনত এই পৰীক্ষাও সুখ্যাতিৰে প্ৰথম বিভাগত পাছ কৰে। সেইবাৰো তেওঁ এটা জলপানী ধৰিবলৈ সক্ষম হয়। কটনত 'অনাৰ্ছ' পঢ়াৰ সুবিধা নথকাত গোপীনাথে বি এ পঢ়িবলৈ যায় কলিকতালৈ। তাৰ 'স্কটিচ চাৰ্চ' কলেজত দুবছৰ পঢ়ি বুৰঞ্জীত উচ্চ দ্বিতীয় শ্ৰেণীৰ 'অনাৰ্ছ' লৈ বি এ পাছ কৰে। তাৰ পিছত কলিকতাতেই বুৰঞ্জীত এম এ আৰু লগতে আইন পঢ়ে। গোপীনাথে এম এ পৰীক্ষাৰ পিছত ঘৰলৈ আহে। কিন্তু আইনৰ দুটা পৰীক্ষা পাছ কৰিবলৈ বাকী থাকে। পিছত অৱশ্যে ১৯১৫ চনত আইনৰ পৰীক্ষা দুটাও পাছ কৰে।

ছাত্ৰাৱস্থাত গোপীনাথ কেৱল পঢ়া-শুনাতেই মেধাৱী ছাত্ৰ নাছিল। তেওঁ আছিল সৰ্বগুণী (all rounder) ছাত্ৰ। চিত্ৰ অঁকা, বৰগীত, ৰবীন্দ্ৰ সংগীত সুললিত কণ্ঠেৰে গোৱা; তাৰোপৰি ক্ৰিকেট, টেনিচ খেলুৱৈও আছিল। তেওঁ কলিকতাৰ 'স্কটিচ চাৰ্চ' কলেজত পঢ়ি থাকোঁতে সেই কলেজৰ ক্ৰিকেট দলতো স্থান লাভ কৰিছিল। তেওঁ অভিনয়ৰো অনুৰাগী আছিল। ডেকাকালত কুমাৰ ভাস্কৰ নাট্য মন্দিৰত অভিনীত 'চন্দ্ৰগুপ্ত' নাটকত গ্ৰীকবীৰ আলেকজেণ্ডাৰৰ ভূমিকাত ওলাইছিল। হৃষ্ট-পুষ্ট, ওখ-পাখ, দেখনিয়াৰ, গহীন-গম্ভীৰ গোপীনাথক সেই চৰিত্ৰৰ লগত শুৱাই তুলিছিল। দুৰ্গেশ্বৰ শৰ্মাৰ 'চন্দ্ৰাৱলী' নাটকতো তেওঁ হৈছিল 'জনাৰ্দন'। 'পাৰ্থ পৰাজয়' নাটকত অভিনয় কৰিছিল পাৰ্থৰ ভূমিকাত।

পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈদেৱে গোপীনাথ বৰদলৈৰ অভিনয় দেখিছিল বুলি আব্দুছ ছাত্তাৰ প্ৰণীত 'কৃষ্ণকান্ত সন্দিকৈ' গ্ৰন্থত উল্লেখ কৰিছে। সন্দিকৈদেৱে নিজেই কৈছে ঃ "মই আই এ পঢ়োঁতে কটন কলেজ হোষ্টেলত এবাৰ ভাল অভিনয় দেখিছিলো। অধ্যক্ষ ছু ডমাৰ্চনৰ বিশেষ অনুমতি লৈ সেইবাৰ ছাত্ৰসকলে 'জয়মতী' আৰু ইংৰাজীত 'জুলিয়াছ চিজাৰ'ৰ অভিনয় কৰিছিল।... শেক্সপীয়েৰৰ ইংৰাজী নাটকৰ অভিনয় শিক্ষা দিছিল অধ্যাপক পি চি ৰায়ে। তাতো চিজাৰৰ ভাৱত ৰাধিকা বৰুৱাৰ

অভিনয় সুন্দৰ হৈছিল। এণ্টনিৰ ভাও লৈছিল গোপীনাথ বৰদলৈয়ে। তেওঁ সেইবাৰ কলিকতাত এম এ পৰীক্ষা দি আহিছিল আৰু ছাত্ৰসকলে অনুৰোধ কৰাত অভিনয়ত যোগ দিছিল।"

এইখিনিতে অভিনয়ৰ বাহিৰৰ এটা আমোদজনক বাতৰি দিয়া যাওক। 'জুলিয়াছ চিজাৰ'ৰ অভিনয়ৰ তিনিটামান দৃশ্য ওলাই যোৱাৰ পিছত চোঁ-ঘৰৰ পৰ্দাৰ পিছৰ পৰা ঘোষণা কৰা হ'ল— "We are very glad to announce that we have just received information that Gopinath Bordoloi who is playing the role of Antonio has successfully passed the M.A. examination securing higher second class in History from Calcutta University."

দৰ্শকৰ মাজত আনন্দৰ জোৱাৰ উঠিল। সকলোৱেই হাতচাপৰি বজাই এণ্টনি গোপীনাথক অভিনন্দন জনালে। দৰ্শকৰ শাৰীত প্ৰিন্সিপেল ছুড্মাৰ্চন নিজে আছিল। ছাত্ৰ-দৰ্শকসকলৰ মাজত আছিল অভিনয়প্ৰেমী কৃষ্ণকান্ত সন্দিকৈ আৰু তেওঁৰে সহপাঠী বন্ধু ভগীৰাম বৰুৱা।

গুৱাহাটীৰ সুপ্ৰসিদ্ধ নাট্যানুষ্ঠান কুমাৰ ভাস্কৰ নাট্য মন্দিৰ প্ৰতিষ্ঠাতো বৰদলৈৰ অৱদান লেখত ল'বলগীয়া। তেৱেঁই কামৰূপ নাট্য সমিতিৰ পোনপ্ৰথম সম্পাদক আছিল।

শিক্ষা সাং কৰাৰ পাছত বৰদলৈ হ'ব খুজিছিল প্ৰফেছাৰ। কটন কলেজত। কিন্তু হ'বলগা হ'ল হেড্মাষ্টৰ। সোণাৰাম হাইস্কুলত। দেশভক্ত তৰুণৰাম ফুকনৰ অনুৰোধত সোণাৰাম হাইস্কুলৰ দায়িত্ব লৈ থাকোঁতেই আইনৰ পৰীক্ষা দুটাও পাছ কৰি ল'লে। বৰদলৈ হ'ল এম এ, বি এল। ওকালতি পাছ কৰাৰ পাছতেই ১৯১৭ চন মানৰ পৰাই বৰদলৈয়ে আইন ব্যৱসায় আৰম্ভ কৰে।

প্ৰায় দুবছৰ ওকালতি কৰাৰ পিছতেই ডেকা বৰদলৈয়ে সুৰবালা বৰদলৈক বিয়া কৰায়। গোপীনাথৰ ২৮ বছৰ, সুৰবালাৰ বয়স ১৩ বছৰ। সুৰবালাৰ দেউতাক আছিল ভূমিকান্ত মজিন্দাৰ বৰুৱা আৰু মাতৃ আছিল বিবিকা বৰুৱা। ভূমিকান্তৰ চাৰিপুত্ৰ আৰু এক কন্যা সুৰবালাক সৰুতে বিয়া দিয়াত ঘৰুৱা ৰন্ধা-বঢ়া কাম শিকা নাছিল। বৰদলৈ ঘৰুৱা কামতো পাৰ্গত আছিল। তেওঁ আনকি সুৰবালাক বৌমাছৰ কালিয়া পৰ্যন্ত ৰান্ধিবলৈ শিকাইছিল। বৰদলৈয়ে বৌমাছৰ মুৰিঘণ্ট, মাছৰ কালিয়া, পছু মাংসৰ ৰ'ষ্ট খাই ভাল পাইছিল। সেইবোৰ ব্যঞ্জন সুস্বাদুৰূপে ৰান্ধি-বাঢ়ি দিবলৈ সুৰবালাক শিকাই পাকৈত ৰান্ধনী কৰি লৈছিল।

বৰদলৈয়ে কাপোৰ-কানি চিলোৱা কামো জানিছিল। সুৰবালাক পাঞ্জাবী-চোলা, কুৰ্তা, ব্লাউজ আদি কাটি চিলাই কাম শিকালে। আনকি ফুলতুলি টেবুলক্লথ তৈয়াৰ

কৰিবলৈও শিকাইছিল। সুৰবালাক সৰুতে বিয়া দিয়াৰ কাৰণে লিখা-পঢ়াতো বিশেষ আগবঢ়া নাছিল। বৰদলৈয়ে ইংৰাজী আৰু হিন্দী পঢ়িবলৈ সুৰবালাক শিক্ষা দি ঘৰুৱা শিক্ষকো হ'ব লগাত পৰিছিল। ইপিনে বৰদলৈৰ বিধৱা বায়েক শশীকলা দেৱী এগৰাকী আদৰ্শময়ী মহিলা আছিল।

এইখিনিতেই উল্লেখ কৰা অপ্ৰাসঙ্গিক নহ'ব— বৰদলৈৰ শহুৰেক ভূমিকান্ত বৰুৱাও উত্তৰ গুৱাহাটীৰ মজিন্দাৰ বৰুৱা বংশৰ এজনা লেখত ল'বলগীয়া ব্যক্তি আছিল। তেখেতৰ চাৰিজন পুত্ৰৰ ভিতৰত বৰপুত্ৰ ডাঃ ধৰণীকান্ত বৰুৱা চৰকাৰী চাকৰিয়াল আছিল। আন এজন পুত্ৰ নীলকান্ত বৰুৱা কংগ্ৰেছৰ এজন প্ৰবীণ সক্ৰিয় সদস্য আছিল। অসহযোগ আন্দোলনত জঁপিয়াই পৰি তেওঁ জে'লজীৱন যাপন কৰিবলগা হৈছিল। সুৰবালাই আছিল সেইটো পৰিয়ালৰ একমাত্ৰ জীয়ৰী। গোপীনাথ বৰদলৈৰ চাবেক ঘৰ উত্তৰ গুৱাহাটীৰ মধ্যম খণ্ডৰ নৈৰ পাৰত থকা ঘৰৰ পৰা তেওঁলোকৰ ঘৰলৈ পাৰে পাৰে মাত্ৰ এক ফাৰ্লংমানহে যাব লাগে। সুশ্ৰী, দেখনিয়াৰ, সেন্দূৰীয়া সেই পৰিয়ালটোৰো এটা নিজস্ব ঐতিহ্য আছে।

"দেশভক্ত ফুকন ডাঙৰীয়াৰ জীৱনৰ পূৰ্ণতা ৰাজনীতিত হ'লেও তেখেতৰ কিছুমান আন প্ৰতিভাও আছিল যাৰ দ্বাৰাই তেখেত অসমীয়াৰ মাজত আন প্ৰকাৰেও চিৰস্মৰণীয় হ'লহেঁতেন।"

দেশভক্ত তৰুণৰাম ফুকনৰ বিষয়ে লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে দিয়া এই মন্তব্য তেখেতৰ নিজৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব নোৱাৰিনে?

# দুই

গোপীনাথ বৰদলৈ ল'ৰালিকালৰে পৰা স্বভাৱত অতি গহীন-গম্ভীৰ, ধীৰ-স্থিৰ প্ৰকৃতিৰ ল'ৰা আছিল। আমাৰ আপ্তবাক্য এশাৰীয়েই আছে নহয়— যি মূলা বাঢ়ে তাৰ দুপতিয়াতেই চিন। সেই চিন গোপীনাথে সৰুতেই দেখুৱাইছিল। যি ল'ৰাই মাত্ৰ সাত বছৰতেই মহাভাৰতখন পঢ়ি তাৰ কাহিনী মনত ৰাখিব পাৰে, সেই ল'ৰা কেনে স্মৃতিশক্তিৰ অধিকাৰী আছিল তাক বহলাই ব্যাখ্যা নকৰিলেও হয়। প্ৰাথমিক শিক্ষা ৰহা, মংগলদৈ আদিত শেষ কৰি গোপীনাথে গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত নাম লগায়। তেতিয়া অসমত গুৱাহাটীৰ এই হাইস্কুলখন মাধ্যমিক শিক্ষাৰ এক নম্বৰ কেন্দ্ৰস্থানত আছিল। শিক্ষকসকলো আছিল গুণী-জ্ঞানী, বছা-বছা শিক্ষক। হেড্‌মাষ্টৰ আছিল ৰায়চাহেব মহেন্দ্ৰনাথ দত্ত— যিজনৰ গুণ-গৰিমা সৰ্বজনবিদিত। এনে শিক্ষকৰ তত্ত্বাৱধানত পঢ়া ছাত্ৰই ভৱিষ্যৎ জীৱনৰ সু-নাগৰিক হৈ গঢ় লৈ উঠাটো তেনেই স্বাভাৱিক। শিক্ষাৰ সুস্থ পৰিৱেশ এটা পাই গোপীনাথে কেৱল পঢ়াতেই মেধাৱী ছাত্ৰ বুলি পৰিচিত হোৱা নাছিল। খেলা-ধূলা, নাট-অভিনয়, গান-বাজনাতো তেওঁ পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছিল। অৱশ্যে গোপীনাথে হাইস্কুলৰ তলৰ শ্ৰেণীত তেওঁৰ বিশেষ মেধাশক্তিৰ পৰিচয় দিব পৰা নাছিল। দিছিল হাইস্কুলৰ ওপৰ শ্ৰেণীসমূহতহে। পঢ়ায় পঢ়ে ৰোৱে পাণ, এই তিনিয়ে নিচিন্তে আন— এনে পৰিবেশত থাকি গোপীনাথে ১৯০৭ চনত প্ৰৱেশিকা পৰীক্ষা দি সুখ্যাতিৰে প্ৰথম বিভাগত পাছ কৰাই নহয় এটা বৃত্তি লাভ কৰিবলৈয়ো সক্ষম হয়। সেই বছৰ সেইখন বিদ্যালয়ৰ পৰাই তেওঁৰ লগত একেলগে প্ৰৱেশিকাত উত্তীৰ্ণ হোৱা আন ছাত্ৰৰ ভিতৰত আছিল বিষ্ণুৰাম মেধি, কুমুদৰাম বৰা, যোগেন্দ্ৰনাথ বৰুৱা, কালীৰাম বৰ্মণ, জ্যোতিষচন্দ্ৰ দাস আদি। কোৱা নিষ্প্ৰয়োজন, এওঁলোক আটাইকেইজনেই পিছৰ কালৰ অসমৰ প্ৰখ্যাত ব্যক্তি আৰু দেশসেৱক।

সেইবছৰ অসমৰ অন্য জিলাৰ পৰা সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষা পাছ কৰা ছাত্ৰৰ ভিতৰত আছিল লখিমপুৰৰ সৰ্বেশ্বৰ বৰুৱা, শিৱসাগৰৰ তাৰাপ্ৰসাদ চলিহা, দুৰ্গানাৰায়ণ বৰুৱা, ভৰতচন্দ্ৰ চলিহা, যোৰহাটৰ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, তেজপুৰৰ চন্দ্ৰনাথ শৰ্মা আৰু নগাঁৱৰ বীৰেন্দ্ৰনাথ মহন্ত অন্যতম।

গোপীনাথে কটনত নাম লগাই 'কটনিয়ান' হয় ১৯০৭ চনত। দুবছৰ পঢ়ি ১৯০৯ চনত আই এ পৰীক্ষা দি সেই পৰীক্ষাতো সুখ্যাতিৰে প্ৰথম বিভাগত পাছ কৰাই নহয় এটা বৃত্তি লাভ কৰিবলৈয়ো সক্ষম হয়। পিছত কটনত অনাৰ্ছ লৈ পঢ়াৰ সুবিধা নথকাত

কলিকতালৈ গৈ বুৰঞ্জীত অনাৰ্ছ লয় তাৰ বিখ্যাত কলেজ স্কটিচ চাৰ্চ কলেজত। কলিকতাৰ এই কলেজতে দুবছৰ পঢ়ি গোপীনাথে ১৯১১ চনত বুৰঞ্জীত অনাৰ্ছ সহ উচ্চ দ্বিতীয় শ্ৰেণী লাভ কৰি বি এ পাছ্ কৰে।

কলিকতাত থাকোঁতে গোপীনাথৰ অন্তৰংগ বন্ধু আছিল তেজপুৰৰ চন্দ্ৰনাথ শৰ্মা। এই চন্দ্ৰনাথ দেশপ্ৰাণ গৰাকী নহয় কিন্তু।

গোপীনাথে কলিকতা বিশ্ববিদ্যালয়তে বুৰঞ্জীত এম এ পঢ়িবলৈ ল'লে। লগতে ল-ও ল'লে। যথাসময়ত ১৯১৪ চনত এম এ পৰীক্ষাও পাছ কৰি লগতে আইনৰ এটা পৰীক্ষাও পাছ্ কৰে।

এইদৰে গোপীনাথে এম এ পাছ্ কৰাৰ পিছত গুৱাহাটীলৈ আহি দেশভক্ত তৰুণৰাম ফুকনৰ পৰামৰ্শত সোণাৰাম হাইস্কুলত প্ৰধানশিক্ষকৰ দায়িত্ব লয়। এই বিদ্যালয়ত থাকিয়েই গোপীনাথে আইনৰ বাকী থকা পৰীক্ষাকেইটা দি পাছ্ কৰি এম এ, বি এল হৈ আইন ব্যৱসায়ত নামি ওকালতি কৰিবলৈ লয় গুৱাহাটীত। গতিকে তেওঁ সোণাৰাম হাইস্কুলৰ হেডমাষ্টৰৰ পদ ত্যাগ কৰি শিক্ষকতা এৰি ওকালতি কৰিবলৈ ল'লে। গোপী হেডমাষ্টৰ গোপী উকীল হ'ল।

গোপীনাথ বৰদলৈৰ জীৱনৰ প্ৰধান উদ্দেশ্য আছিল কলেজৰ অধ্যাপক হোৱা। তাকো গুৱাহাটীৰ কটন কলেজৰ প্ৰফেছাৰ। মাত্ৰ কেইটামান নম্বৰ সৰহকৈ নোপোৱাৰ কাৰণে তেওঁ এম এ-ত প্ৰথমশ্ৰেণী পোৱাৰ পৰা বঞ্চিত হ'বলগা হয়। তথাপি তেওঁ কটনত সোমাবলৈ চেষ্টা এটা কৰিও বিফল হয়। কিয়নো সেইসময়ত কটনত প্ৰথম শ্ৰেণীৰ এম এ পাছ নহ'লে অধ্যাপক নিযুক্তি দিয়াৰ নিয়ম নাছিল। অসমৰ পিছৰ কালৰ বুৰঞ্জীয়ে প্ৰমাণ কৰিলে যে বৰদলৈয়ে কটনৰ সেই লোভনীয় আৰু সম্মানিত পদ নোপোৱাটো দেশৰ কাৰণেই মংগলজনক হ'ল। গোপীনাথে স্বাধীন ওকালতি ব্যৱসায় নকৰা হ'লে তেওঁৰ কংগ্ৰেছত যোগদান সম্ভৱপৰ নহ'লহেঁতেন। অসমেও এজন বিচক্ষণ নেতাৰ সেৱাৰ পৰা বঞ্চিত হ'বলগা হ'লহেঁতেন।

গোপীনাথ বৰদলৈৰ একান্ত ভক্ত আৰু তেওঁৰ প্ৰিয় সহযোগী অমিয় কুমাৰ দাসে কৈছে ঃ "আমি স্কুলত পঢ়ি থাকোঁতেই বৰদলৈৰ কথা শুনিছিলো। সেই সময়ত অসমত বাতৰি কাকতৰ বৰ প্ৰচাৰ নাছিল— নাথাকিলেও অসমত কোন কোন ছাত্ৰ মেধাৱী, কোনজনা ছাত্ৰই বি এ পাছ কৰি এম এ পঢ়াত লাগিছে, তাৰ খবৰ ৰাখিছিলো। বিশেষকৈ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা এনেবিলাক খবৰ সংগ্ৰহ কৰাত অগ্ৰণী আছিল। এদিন বাতৰি ওলাল যে মেধাৱী অসমীয়া ছাত্ৰ গোপীনাথ বৰদলৈ টাইফয়েদ বেমাৰ হৈ মেডিকেল কলেজ হাস্পতালত পৰি থাকিবলগীয়া হৈছে— কলিকতা মেডিকেল কলেজৰ প্ৰিন্সিপাল কৰ্ণেল কালভাৰ্টে চিকিৎসা কৰি আছে, আৰু এজন অসমীয়া

মেধাৱী ছাত্ৰ (অসমৰ খ্যাতনামা ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ পুতেক) এই অসুখতে ঢুকাল। এই বাতৰিয়ে অসমৰ অসমীয়া ছাত্ৰসকলৰ মনলৈ এটা বৰ বেজাৰৰ ভাব আনিছিল আৰু বৰদলৈ যাতে সুস্থ হৈ উঠে তাৰ বাবে প্ৰাৰ্থনা জনাইছিল— তেওঁলোকৰ অন্তৰৰ পৰা ওলোৱা এই প্ৰাৰ্থনা ভগৱানে শুনিলে। বৰদলৈ সুস্থ হৈ উঠিল।"

বৰদলৈয়ে কলিকতাত বি এ পঢ়ি থাকোঁতে হোৱা এই বেমাৰতে প্ৰাণ এৰিব লাগিছিল। তেওঁৰ বন্ধু চন্দ্ৰনাথ শৰ্মাৰ অক্লান্ত চেষ্টা আৰু পৰিচৰ্যায়েহে তেওঁক মৃত্যুমুখৰ পৰা বচালে। যিজন খ্যাতনামা ডাক্তৰে— "I am so sorry, I couldnot save your friend' – বুলি চন্দ্ৰনাথ শৰ্মাক দুখেৰে জনাইছিল— সেইজন ৰোগী গোপীনাথ কেৱল ভগৱানৰ কৃপাতেই পুনৰ্জন্ম ল'লে বুলি ক'লেও একো অত্যুক্তি কৰা নহয়। প্ৰথমতে চন্দ্ৰনাথে নিজেই পৰিছিল সেই অসুখত। তেওঁৰ বন্ধু গোপীনাথৰ পৰিচৰ্যাতেই তেওঁ আৰোগ্য হ'ল। পিছত সেই চন্দ্ৰনাথেই গোপীনাথক জীৱন দিলে। এইবোৰ সকলো ভগৱানৰেই ইচ্ছা আৰু কৃপা নহয় জানো?

সাধাৰণতে দেখা যায়, যি ল'ৰা মেধাৱী সি পঢ়াতহে কেৱল কৃতিত্ব দেখুৱায়। গোপীনাথ বৰদলৈ পঢ়াতহে কেৱল মেধাৱী ছাত্ৰ আছিল তেনে নহয়। তেওঁ খেলা-ধূলা, চিত্ৰ-অঁকা, সাহিত্য-চৰ্চা কৰা, গান-বাজনা কৰা আদি সকলোতে পাৰদৰ্শিতা দেখুৱাইছিল। আনকি ঘৰুৱা কামতো তেওঁ পাৰ্গত আছিল।

খেলৰ ভিতৰত তেওঁৰ ক্ৰিকেট আৰু টেনিছ প্ৰিয় আছিল। বেড্‌মিণ্টনো খেলিছিল। ফুটবলো নেখেলা নহয়। পিছে ক্ৰিকেট খেলুৱৈ হিচাপেহে তেওঁ জনপ্ৰিয় হৈ উঠিছিল। কলিকতাৰ স্কটিচ চাৰ্চ কলেজৰ ক্ৰিকেট টীমত তেওঁ এজনা লেখৰ খেলুৱৈ আছিল। কটনত পঢ়োঁতেও তেওঁ কলেজৰ নাম কৰা খেলুৱৈ আছিল। '৪২ ৰ আন্দোলনত যোৰহাটৰ জে'লত থাকোঁতে তেওঁ ফক্‌ৰুদ্দিন আলি আহমদ, কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী আদিৰ লগত বেড্‌মিণ্টন খেলা দেখা মানুহে কৈছে। ৰাজনীতি কৰা এইকেইজন লোকে একালত অসমৰ বিখ্যাত খেলুৱৈ আছিল। বিশেষকৈ কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী। তেওঁ ফুটবল আৰু ক্ৰিকেটত সমানে পাৰদৰ্শিতা দেখুৱাইছিল।

গোপীনাথ বৰদলৈয়ে বৰগীত, ৰবীন্দ্ৰ সংগীত আদি কেনে সুললিত কণ্ঠেৰে গাইছিল মহেন্দ্ৰমোহন চৌধুৰীৰ তলৰ কথা কেইআষাৰিয়েই তাৰ প্ৰমাণ।

"বৰদলৈ ডাঙৰীয়া এগৰাকী সুগায়ক আছিল। সুললিত ৰাগিনীত গোৱা বৰগীত আৰু ৰবীন্দ্ৰ সংগীত মই নিজে শুনি মুগ্ধ হৈছিলো। তেখেতৰ সেইবিলাক গীতৰ ঝংকাৰ মোৰ কাণত এতিয়াও ৰিণিকি ৰিণিকি বাজি থকা যেন মাজে-সময়ে অনুমান হয়।

বাজাজবাৰী অতিথিশালাত ৰাতি শুৱাৰ সময়ৰ কথা। এটা কোঠালিত আমি

দুয়ো বেলেগে বেলেগ বিছনাত শুইছিলো। তেতিয়া তেখেতে শুই শুই বৰগীত, নামঘোষা আৰু গীতাৰ দ্বিতীয় স্কন্ধৰ শেষৰ উনৈছটা শ্লোক— যিকেইটা শ্লোক মহাত্মা গান্ধীয়ে প্ৰাৰ্থনাত সদায় আবৃত্তি কৰিছিল আৰু য'ত স্থিতপ্ৰজ্ঞৰ লক্ষণ আৰু কৰ্তব্য সম্বন্ধে নিৰ্ধাৰিত আছিল— সুৰ লগাই গাইছিল। মই সিদিনাহে তেখেত যে এগৰাকী সুগায়ক আছিল সেইটো জানিব পাৰিছিলো।

নামঘোষাৰ পৰা তেখেতে প্ৰাৰ্থনাৰ অধ্যায়টো সুৰ লগাই গাইছিল।

"তুমি চিত্ত বৃত্তি মোৰ প্ৰৱৰ্তক নাৰায়ণ।
তুমি নাথ মই নাথৱন্ত।।" ইত্যাদি।

তেখেতে গোৱা প্ৰাৰ্থনাৰ বৰগীতটো মোৰ সম্পূৰ্ণ মনত নাই, প্ৰথমৰ চাৰিশাৰী আছিল—

"মাধৱ মাধৱ দীন দয়াল।
দৈৱকী নন্দন ৰাম গোপাল।।
মোৰ ইষ্টদেৱ যাদৱ ৰায়।
সেৱা কৰিবাৰ নামে উপায়।। (মাধৱদেৱ)

গীতাৰ শ্লোককেইটা সকলোৰে জনাজাত বাবে তাৰ পুনৰাবৃত্তি কৰা অনুচিত বুলি ভাবি উল্লেখ নকৰিলো।

তাৰ পিছতহে তেখেতে নিদ্ৰা গৈছিল। এগৰাকী ৰাজনৈতিক নেতাৰ এইবোৰ গুণ বৰ বিৰল, কিন্তু বৰদলৈদেৱ সেই সকলোবিলাক গুণৰে অধিকাৰী আছিল। সেইকাৰণে মানুহে তেখেত এগৰাকী মহান নেতা বুলি স্বীকাৰ কৰিছিল।"

গোপীনাথ বৰদলৈয়ে ঘৰত সন্ধিয়া অৰ্গেন বজাই বৰগীত, ৰবীন্দ্ৰ সংগীত, নামঘোষা নিজে গাই নিজৰ ল'ৰা-ছোৱালী আৰু ভতিজা-পো-জীয়াৰীহঁতক শিকাইছিল বুলি তেখেতৰ সুযোগ্যা পত্নী সুৰবালা বৰদলৈয়েও কৈছে। বৰদলৈয়ে কিন্তু কোনো ওস্তাদৰ তলত সংগীত শিকা নাছিল। অৰ্গেন নিজেই চেষ্টা কৰি বজাবলৈ শিকিছিল। তেখেতৰ সৰুভায়েক ৰত্নেশ্বৰ বৰদলৈ কিন্তু এজন ভাল বেহেলাবাদক আছিল।

দেশভক্ত তৰুণৰাম ফুকনো এজন ভাল টেনিছ খেলুৱৈ আছিল। ওকালতি কৰা সময়ত আবেলি পৰত ভৰলুমুখৰ পৰা ফুকন আহি শিলপুখুৰীৰ গোপীনাথ বৰদলৈৰ ঘৰত উপস্থিত হৈছিলহি। দুয়ো বগা চাৰ্ট-পেণ্ট, বগা জোতা-মোজা পিন্ধি হাতত ৰেকেট লৈ টেনিছ খেলিবলৈ যায়। দেশভক্ত লোকপ্ৰিয়ৰ ৰাজনৈতিক সহযোগীয়েই নাছিল— আছিল খেলা-ধূলা, চিকাৰ কৰা আদিৰো সহযোগী। অৱশ্যে ফুকনৰ নিচা আছিল হাতী চিকাৰত— বাঘ চিকাৰত। বৰদলৈৰ নিচা হ'ল আকৌ পছু চিকাৰত।

বৰশী বোৱাত কিন্তু দুয়োজনৰে সমান ৰাপ আছিল। ফুকনৰ চিকাৰ থলী দীপৰ বিলত, বৰদলৈৰ চিকাৰ থলী বোন্দাত।

দেশভক্ত তৰুণৰাম ফুকন আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈ দুয়োজনাই বহুগুণী পুৰুষ বুলি পৰিচিত হৈছিল।

বিজয়চন্দ্ৰ ভাগৱতীদেৱে লোকপ্ৰিয় বৰদলৈ সম্পৰ্কে কৰা তলৰ মন্তব্য কেইশাৰী প্ৰণিধানযোগ্য।

"একো একোজন পুৰুষৰ জীৱনৰ লগত ইতিহাসৰ অবিচ্ছেদ্য সম্পৰ্ক গঢ়ি উঠে। তেওঁলোকৰ জীৱনৰ বিশেষ কোনো এটা সময়ৰ বিশেষ একোটা কামৰ পৰিণাম হিচাপে ইতিহাসৰ গতি নিৰূপিত হয়। ইতিহাসত ইয়েই তেওঁলোকক স্মৰণীয় কৰি ৰাখে। লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়া এনে এজন পুৰুষ।"

# তিনি

মহাত্মা গান্ধীয়ে কংগ্রেছৰ নেতৃত্ব বহন কৰাৰ পিছতেই ১৯২১ চনত অহিংস অসহযোগ আন্দোলন আৰম্ভ কৰি ভাৰতীয় জাতীয় কংগ্রেছৰ স্বৰূপৰ আমূল পৰিৱৰ্তন সাধে। ভাৰতৰ ৰাজনৈতিক বাতাবৰণৰে সম্পূৰ্ণ নতুন সোঁতৰ সৃষ্টি কৰিবলৈ সক্ষম হয়। গান্ধীজীৰ আহ্বানত আৰু নেতৃত্বত এই অসহযোগ আন্দোলনে সমগ্ৰ ভাৰত তোলপাৰ লগালে। অসমত্ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা আৰু দেশনেতা কুলধৰ চলিহাকে আদি কৰি কেইবাজনো স্বদেশানুৰাগী ব্যক্তিয়ে তেওঁলোকৰ জয়জয়-ময়ময় ওকালতি ব্যৱসায় পৰিত্যাগ কৰি আন্দোলনত জঁপিয়াই পৰে। ইয়াৰ পিছতেই যোগ দিলেহি দেশভক্ত তৰুণৰাম ফুকন আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈকে আদি কৰি আন এদল বিশিষ্ট আইনজীৱীয়ে। উল্লেখ কৰাৰ প্ৰয়োজন ১৯২০ চনত লালা লাজপত ৰায়ৰ সভাপতিত্বত কলিকতাত বহা কংগ্রেছৰ অধিবেশনতেই মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গৃহীত হয়। সেই প্ৰস্তাৱ মৰ্মে ভাৰতত গান্ধীজীৰ নেতৃত্বত ওকালতি বৰ্জন, স্কুল-কলেজ বৰ্জন, কাউন্সিল বৰ্জন আৰম্ভ হয়। স্কুল-কলেজৰ ছাত্ৰবিলাকেও তেওঁলোকে পঢ়ি থকা স্কুল-কলেজ পৰিত্যাগ কৰি গাঁৱে গাঁৱে সোমাই পৰে।

গান্ধীজীৰ অহিংস অসহযোগ আন্দোলনত অসমৰ নেতাসকলৰ ত্যাগ, ভূমিকা আৰু বৰঙণি চিৰস্মৰণীয় হৈ থাকিব। গোপীনাথ বৰদলৈয়েও বিদেশী বস্ত্ৰ পৰিধান ত্যাগ কৰি নিজে সূতা কাটিবলৈ ল'লে আৰু খদ্দৰৰ প্ৰচলনৰ কামত আত্মনিয়োগ কৰিলে। তেওঁ পিঠিত নিজৰ পিন্ধা-উৰা কাপোৰৰ উপৰি যঁতৰ এটা লৈ কামৰূপ-গোৱালপাৰা জিলাত খোজকাঢ়ি প্ৰচাৰৰ কামত লাগিল। আনকি কপাহ আনিবলৈ গাৰো পাহাৰলৈকো গৈছিল। কৰ্মবীৰ, দেশভক্ত গ্ৰেপ্তাৰ হয় ২১ চনৰ শেষভাগত আৰু লোকপ্ৰিয় গ্ৰেপ্তাৰ হয় ২২ চনৰ আগভাগত। লোকপ্ৰিয় বৰদলৈয়ে গ্ৰেপ্তাৰবৰণ কৰি এবছৰ কাৰাদণ্ড খাটে। এই আন্দোলনত অসমৰ কেইবাশ কংগ্রেছ কৰ্মীয়ে গ্ৰেপ্তাৰ হৈ জে'লত সোমায়।

চৌৰিচৌৰাত জনতাই হিংসাৰ পথ বাছি লোৱাত গান্ধীজীয়ে হঠাতে অসহযোগ আন্দোলন প্ৰত্যাহাৰ কৰে। ব্ৰিটিছ চৰকাৰে তত্ৰাচ মহাত্মাক গ্ৰেপ্তাৰ কৰি ছবছৰ কাৰাদণ্ড বিহে। এনে পৰিস্থিতিত কংগ্রেছ নেতা আৰু কৰ্মীসকল বিমোৰত পৰে। মহাত্মা গান্ধীয়ে অসহযোগ আন্দোলন প্ৰত্যাহাৰ কৰিলে যদিও কংগ্রেছ কৰ্মীসকলক হিন্দু-মুছলিম ঐক্য

গঢ়ি তুলিবলৈ, অহিংসা, স্বদেশী প্ৰচাৰ আদি গঠনমূলক কামত আত্মনিয়োগ কৰিবলৈ আদেশ দিয়ে। পিছে আন এদল কংগ্ৰেছ নেতা আৰু কৰ্মীয়ে কংগ্ৰেছে পুনৰ এছেম্বলি কাউন্সিল আদিত সোমাই ব্ৰিটিছ চৰকাৰৰ অন্যায়-অবিচাৰ আদিৰ প্ৰতিবাদ আৰু প্ৰতিৰোধ কৰাৰ পোষকতা কৰে। এই দলটোৰ নেতৃত্ব ল'লে দেশবন্ধু চিত্তৰঞ্জন দাস আৰু পণ্ডিত মতিলাল নেহৰুৱে। ১৯২৩ চনত দেশবন্ধু দাসৰ সভাপতিত্বত বহা নিখিল ভাৰত কংগ্ৰেছ অধিবেশনত কাউন্সিল-এছেম্বলিত সোমোৱা প্ৰস্তাৱ গৃহীত নহ'ল যদিও দাস আৰু নেহৰুৱে কংগ্ৰেছৰ ভিতৰতে থাকি স্বৰাজ্য দল নামেৰে এটা নতুন দল খোলে। এওঁলোকে কাউন্সিল এছেম্বলিৰ নিৰ্বাচনত যোগ দিব লাগে বুলি সমগ্ৰ ভাৰততে প্ৰবল প্ৰচাৰ আন্দোলন এটা চলায়। দেশভক্ত তৰুণৰাম ফুকনেও স্বৰাজ্য দলত সোমাই নতুন দলৰ প্ৰচাৰ কাৰ্যত লাগে। পিছত তৰুণৰাম ফুকন কেন্দ্ৰীয় এছেম্বলিলৈ নিৰ্বাচিত হয় আৰু কিছু কংগ্ৰেছ নেতাই প্ৰাদেশিক আইন সভা বা কাউন্সিলত প্ৰৱেশ কৰে। উল্লেখ কৰাৰ প্ৰয়োজন চৰ্দাৰ বল্লভভাই পেটেল আৰু চক্ৰৱৰ্তী ৰাজা গোপালাচাৰী আদি প্ৰখ্যাত কংগ্ৰেছ নেতাসকল আইন সভাত সোমোৱা বিৰোধী আছিল। অসমত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু দেশনেতা কুলধৰ চলিহা আদি আগশাৰীৰ নেতাসকল কাউন্সিল প্ৰৱেশ-বিৰোধী আছিল। গতিকে তেওঁলোক বাহিৰতে থাকিল। লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে কিন্তু কোনো এটা মতকে সমৰ্থন নকৰি ওকালতি ব্যৱসায়ত পুনৰ যোগ দিয়ে আৰু নিজকে নিৰপেক্ষ কৰি ৰাখিলে। কিন্তু ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনত গোপীনাথ বৰদলৈয়ে সক্ৰিয় ভূমিকা লয়। এই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আছিল সাধাৰণ সম্পাদক। লোকপ্ৰিয় গোপীনাথ বৰদলৈ আছিল সহকাৰী সাধাৰণ সম্পাদক। এই সময়ছোৱাতেই গোপীনাথ বৰদলৈয়ে গুৱাহাটী মিউনিচিপেলিটি আৰু লোকেল ব'ৰ্ডত যোগ দিয়ে আৰু ইয়াৰ চেয়াৰমেন পদো গ্ৰহণ কৰে। পিছে লাহোৰ কংগ্ৰেছৰ সিদ্ধান্তক্ৰমে ১৯৩০-৩১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা আইন অমান্য আন্দোলনত কৰ্মবীৰ বৰদলৈ, দেশভক্ত ফুকন, দেশনেতা কুলধৰ চলিহাৰ লগতে লোকপ্ৰিয় বৰদলৈদেৱেও সেই আন্দোলনত যোগ নিদি আঁতৰি থাকে। অসমত হোৱা কংগ্ৰেছ অধিবেশনত কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকনৰ দেৱলীয়া অৱস্থা হয়। তেখেতসকল আইন অমান্য আন্দোলনত যোগ নিদিয়াৰ কিম্বা যোগ দিয়াৰ পৰা বিৰত থকা সিও এটা কাৰণ। আন এটা কাৰণ আছিল ১৯২১ চনৰ অসহযোগ আন্দোলনত বহুতো উদীয়মান ছাত্ৰই নিজৰ উজ্জ্বল ভৱিষ্যৎ বিসৰ্জন দি আন্দোলনত জঁপিয়াই পৰি তেওঁলোকৰ জীৱনলৈ বিপৰ্যয় অনা। ফুকন-বৰদলৈয়ে আইন অমান্য আন্দোলনত লাগি তেনে ধৰণৰ পৰিস্থিতি এটাৰ সৃষ্টি কৰাৰ বিৰোধী আছিল বুলিও প্ৰচাৰ হৈছিল।

লোকপ্ৰিয় বৰদলৈয়ে তেওঁৰ ঘৰুৱা অৱস্থাৰ কাৰণেও এই আন্দোলনত নলগাৰ এটা কাৰণ আছিল। সেয়েহে অসমত আইন অমান্য আন্দোলনৰ গুৰি ধৰিব লগা হ'ল বিষ্ণুৰাম মেধি আৰু ত্যাগবীৰ হেম বৰুৱাই।

আনহাতে লোকপ্ৰিয় বৰদলৈয়ে ১৯৩২ চনত গুৱাহাটী মিউনিচিপেলিটিৰ চেয়াৰমেন হয় আৰু তাৰ পিছতেই আইন অমান্য আন্দোলনত যোগ নিদিয়া কিম্বা যোগ দিব নোৱৰা কংগ্ৰেছ কৰ্মীসকলৰ লগ হৈ লগতে দেশহিতৈষী লোক কেইজনমানৰ সহযোগত আগৰ অসম এছোচিয়েচনখনকে পুনৰ সঞ্জীৱীত কৰি অসমৰ কাৰণে সুকীয়া বিশ্ববিদ্যালয়, উচ্চ ন্যায়ালয় স্থাপন, ছিলেট জিলাখন অসমৰ পৰা পৃথক কৰা আদি জনহিতকৰ কামত আত্মনিয়োগ কৰে।

১৯৩৬ চনত প্ৰাদেশিক এছেম্ব্লিৰ নিৰ্বাচনসমূহত কংগ্ৰেছে প্ৰতিদ্বন্দ্বিতা কৰাৰ সিদ্ধান্ত ল'লে। কিন্তু ১৯৩৫ চনৰ ভাৰত শাসন সংস্কাৰ আইনত প্ৰাদেশিক আইন সভাবিলাকক আৰু মন্ত্ৰীসকলক বিশেষ অধিকাৰ নিদিয়াত কংগ্ৰেছে মন্ত্ৰীসভা গঠন নকৰি কেৱল বিৰোধী দলৰ ভূমিকাহে গ্ৰহণ কৰিবলৈ স্থিৰ কৰি নিৰ্বাচনত নমাৰ সিদ্ধান্ত কৰে। ইতিমধ্যে অসমত দেশভক্ত তৰুণৰাম ফুকন আৰু ৰোহিণী কুমাৰ চৌধুৰী প্ৰমুখ্যে কেইজনমানে 'মিলিত জনসংঘ' নামে এটা নতুন ৰাজনৈতিক দল গঠন কৰে। তেওঁলোকে কিন্তু অকল নিৰ্বাচনত নমাটোতেই ক্ষান্ত নাথাকি মন্ত্ৰিত্বও গ্ৰহণ কৰি দেশৰ হিত সাধন কৰাৰ কথা চিন্তা কৰে। লোকপ্ৰিয় বৰদলৈয়ে কংগ্ৰেছ কিম্বা 'মিলিত জনসংঘ'— এই দুটা দলৰ এটাৰ ভিতৰতো নাছিল।

গতিকে ১৯৩৭ চনৰ নিৰ্বাচনৰ আগত লোকপ্ৰিয় গোপীনাথ বৰদলৈ কংগ্ৰেছত নাছিল। বৰদলৈৰ সমৰ্থন আছিল তেওঁৰ ৰাজনৈতিক গুৰু তৰুণৰাম ফুকনৰ ওচৰত আৰু তেওঁলোকৰ দল মিলিত জনসংঘত।

অসম কংগ্ৰেছৰ নেতাসকলে অনুভৱ কৰিলে যে গুৱাহাটীৰ পূব সমষ্টিত গোপীনাথ বৰদলৈয়ে প্ৰাৰ্থী হ'লেহে কংগ্ৰেছে সেইখন আসনত জয়লাভ কৰিব পাৰিব। লোকপ্ৰিয় বৰদলৈয়ে তেওঁৰ তৰুণৰাম ফুকনৰ সমৰ্থন আৰু আশীৰ্বাদ মূৰত লৈহে প্ৰাৰ্থী হিচাপে থিয় হয়। অৱশ্যে লোকপ্ৰিয় বৰদলৈৰ প্ৰিয় বন্ধু লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাৰ প্ৰভাৱো তেওঁ কংগ্ৰেছ প্ৰাৰ্থী হোৱাৰ আন এটা কাৰণ।

সেই সময়ত অসম বিধান সভাৰ মুঠ আসন আছিল মাত্ৰ ১০৮ খন। আনহাতে এই আসন কেইখনো ভিন ভিন সম্প্ৰদায়ৰ কাৰণে সুকীয়া সুকীয়া নিৰ্বাচনৰ ভিত্তিত ভাগ কৰা আছিল। য়ুৰোপীয় বিদেশী চাহ খেতিয়ক, য়ুৰোপীয় খ্ৰিষ্টান আৰু য়ুৰোপীয় বণিকসকলৰ বাবে সংৰক্ষিত আছুতীয়া আসন আছিল ৯ খন। মুছলমানসকলৰ অধিকাংশই কংগ্ৰেছৰ পৰা আঁতৰি থকাত তেওঁলোকৰ ৩৪ খন আসনতো কংগ্ৰেছ

প্ৰাৰ্থী দিয়া সম্ভৱ নাছিল। চাহবাগিচাৰ বনুৱা সমষ্টিবিলাকত আৰু পাহাৰী জিলা কেইখনতো মুঠ ৯ খন আসনত যথেষ্ট প্ৰভাৱৰ অভাৱত কংগ্ৰেছে প্ৰাৰ্থী দিয়াটো সম্ভৱ নাছিল। গতিকে কংগ্ৰেছে প্ৰতিদ্বন্দ্বিতা কৰিব পৰা আসন আছিল মাত্ৰ ৫০ খন মানহে। ইতিমধ্যে অসম কংগ্ৰেছৰ এজনা মুখ্য নেতা কৰ্মবীৰ বৰদলৈৰো মৃত্যু হ'ল। এনেবোৰ কাৰণতো কংগ্ৰেছে অধিক আসনত প্ৰতিদ্বন্দ্বিতা কৰা সম্ভৱপৰ নাছিল। বুদ্ধিমান এচাম কংগ্ৰেছী লোকৰ মত আছিল কম সংখ্যক আসনত যুঁজ দি অধিক আসনত জয়লাভ কৰাটো। লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ মনোভাবো তেনে ধৰণৰ আছিল।

কংগ্ৰেছে দক্ষিণ গুৱাহাটীৰ তিনিখন আসনৰ যুটীয়া সমষ্টিত আটাইকেইখনতে প্ৰতিদ্বন্দ্বিতা কৰিব খোজাত লোকপ্ৰিয় বৰদলৈয়ে নিজে প্ৰাৰ্থী হ'ব খোজা নাছিল। যুক্তি আছিল তেনে কৰিলে কংগ্ৰেছে এখনো আসন নাপাব। আনহাতে কংগ্ৰেছে তিনিখন আসনৰ ভিতৰত দুখনত প্ৰতিদ্বন্দ্বিতা কৰিলে দুয়োখন আসন পোৱাটো সম্ভৱপৰ। গোপীনাথ বৰদলৈৰ ধাৰণা আছিল এনে ধৰণৰ— মিলিত জনসংঘৰ প্ৰাৰ্থী প্ৰাক্তন কংগ্ৰেছ নেতা ৰোহিণী কুমাৰ চৌধুৰীৰ এটা সমষ্টিত জয় সুনিশ্চিত। তাৰোপৰি ব্ৰিটিছ চৰকাৰৰ লগত যদি কংগ্ৰেছৰ আপোচ হয় আৰু কংগ্ৰেছে মন্ত্ৰীসভা গঠন কৰিব লগা হয় তেনেকুৱা পৰিস্থিতি এটা হ'লে অন্যান্য প্ৰগতিশীল অনা কংগ্ৰেছী বিধায়কৰ লগতে এই মিলিত জনসংঘৰ বিধায়কসকলৰ সহযোগ আৰু সমৰ্থন পোৱাটো সম্ভৱপৰ হ'ব পাৰে। আনকি তেওঁলোকক কংগ্ৰেছ দললৈয়ো টানি আনিব পৰা যাব। ৰোহিণী কুমাৰ চৌধুৰী আৰু গোপীনাথ বৰদলৈ এই দুয়োজনৰ ৰাজনৈতিক গুৰু হ'ল তৰুণৰাম ফুকন ডাঙৰীয়া। চৌধুৰীৰ বিপক্ষে প্ৰচাৰ কাৰ্য চলোৱাটো বৰদলৈৰ পক্ষে অস্বস্তিকৰ হ'ব।

নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে দিয়া নিৰ্দেশানুযায়ী প্ৰাদেশিক নিৰ্বাচনী কমিটি এখন গঠন কৰিবলৈ নগাঁৱত প্ৰাদেশিক কংগ্ৰেছৰ এখন অধিবেশন বহিল। অধিবেশনে কৰ্মযোগী ডাঃ হৰিকৃষ্ণ দাসক সভাপতি আৰু অমিয়কুমাৰ দাসক সম্পাদক হিচাবে লৈ এখন প্ৰাদেশিক নিৰ্বাচনী কমিটি গঠন কৰিলে।

লোকপ্ৰিয় বৰদলৈয়ে গুৱাহাটীৰ দক্ষিণ সমষ্টিৰ পৰা উঠিবৰ কাৰণে আবেদন পত্ৰ দাখিল কৰিলে হয় কিন্তু এটা চৰ্তত হে। গুৱাহাটীৰ তিনিজনীয়া সমষ্টিত কংগ্ৰেছে মাত্ৰ দুখন আসনতহে প্ৰাৰ্থী দিব লাগিব। বৰদলৈৰ এই চৰ্ত লৈ কংগ্ৰেছৰ এটা মহলত বিৰূপ সমালোচনাও হ'ল। তেওঁ উদ্দেশ্যপ্ৰণোদিতভাৱে এখন আসন মিলিত জনসংঘৰ প্ৰাৰ্থী আৰু তেওঁৰ বন্ধু ৰোহিণী কুমাৰ চৌধুৰীক এৰি দিয়াৰ উদ্দেশ্যেই এনে চৰ্ত আৰোপ কৰিছে। কথাটো কিছু পৰিমাণে অসত্যও নহয়। সি যি নহওক কংগ্ৰেছে বৰদলৈৰ ইচ্ছানুযায়ী দুখন আসনতহে প্ৰাৰ্থী দিবলৈ সিদ্ধান্ত কৰিলে। এখন আসনত

বৰদলৈ নিজে প্ৰাৰ্থী হ'ল। আনখনত প্ৰাৰ্থী হ'ল তেওঁৰ বন্ধু আৰু সহপাঠী যোগেন্দ্ৰনাথ বৰুৱা।

এই নিৰ্বাচনত কংগ্ৰেছে সৰ্বমুঠ আসন লাভ কৰিলে ৩৩ খন। মাত্ৰ ৪৮ খন আসনত প্ৰতিদ্বন্দ্বিতা কৰি ৩৩ খন আসন পোৱাটোও কংগ্ৰেছৰ কাৰণে বিৰাট কৃতকাৰ্যতাই বুলিব পাৰি।

এতিয়া আহিল কংগ্ৰেছ দলৰ নেতা নিৰ্বাচনৰ প্ৰশ্ন। কংগ্ৰেছৰ এই ৩৩ জন বিধায়কৰ দুই-তৃতীয়াংশ অসম উপত্যকাৰ আৰু বাকী এক তৃতীয়াংশ আছিল সুৰমা উপত্যকাৰ। পিছে অসম উপত্যকাৰ পৰা নিৰ্বাচিত হোৱা সদস্যসকলৰ ভিতৰত এজনো প্ৰবীণ কংগ্ৰেছ নেতা নাছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ পৰলোক হ'ল, দেশভক্ত তৰুণৰাম ফুকনে কংগ্ৰেছ ত্যাগিলে আৰু দেশনেতা কুলধৰ চলিহা কৰ্মবীৰৰ খালী হোৱা আসনত কেন্দ্ৰীয় আইনসভাৰ সদস্য নিৰ্বাচিত হ'ল। এই তিনিজনেই আছিল অসম কংগ্ৰেছৰ আগশাৰীৰ মুধাফুটা নেতা। প্ৰদেশ কংগ্ৰেছৰ সভাপতি বিষ্ণুৰাম মেধিয়ে নিজে নিৰ্বাচনত নানামি কংগ্ৰেছক জয়যুক্ত কৰাত আত্মনিয়োগ কৰিছিল। এনে পৰিস্থিতিত অসম উপত্যকাৰ পৰা নতুন বিধায়কসকলৰ মাজৰ পৰা কাক নেতা নিৰ্বাচন কৰা হয় সেই লৈ আলোচনা-বিলোচনা চলিল। আনহাতে সুৰমা উপত্যকাৰ এজন প্ৰবীণ আৰু বিচক্ষণ নেতা নিৰ্বাচিত হৈ আহিছিল— বসন্ত কুমাৰ দাস। তেওঁ বিধায়ক দলৰ নেতা হ'বলৈ বিচৰাত জটিল পৰিস্থিতিয়ে দেখা দিলে। তেওঁক নেতা নিৰ্বাচন কৰিবলৈ অসম উপত্যকাৰ কংগ্ৰেছীসকলৰ আপত্তিৰ ঘাই কাৰণ হ'ল ছিলেটৰ সৰহভাগ কংগ্ৰেছী লোকে অসমৰ ন্যায্য স্বাৰ্থৰ পোষকতা কৰা নাছিল ; বসন্ত দাসো এই মনোভাবৰ পৰা মুক্ত নাছিল।

অসম উপত্যকাৰ বিধায়কসকলে আৰু অন্যান্য নেতৃস্থানীয় কংগ্ৰেছীসকলে গোপীনাথ বৰদলৈকে নেতাপদৰ বাবে প্ৰাৰ্থী কৰিবলৈ সিদ্ধান্ত কৰিলে। উল্লেখ কৰাৰ প্ৰয়োজন যে তেতিয়ালৈকে গোপীনাথ বৰদলৈক গুৱাহাটীৰ বাহিৰে অসমৰ অন্য ঠাইৰ লোকে জনাটো দূৰৈতেই থাওক তেওঁৰ নামটোকে শুনা নাছিল। তাৰোপৰি তেওঁ ১৯৩০ চনৰ পৰা কংগ্ৰেছৰ আন্দোলনত সক্ৰিয়ভাৱে নাছিল। বৰং ভিতৰি ভিতৰি তেওঁ তেওঁৰ ৰাজনৈতিক গুৰু দেশভক্ত তৰুণৰাম ফুকনৰ প্ৰতিহে আসক্ত আছিল। সি যি নহওক বসন্ত কুমাৰ দাসক বিধান সভাৰ অধ্যক্ষ (□□□□□□□) পদ যাচি আৰু ছিলেটৰ ক্ষীৰোদ চন্দ্ৰ দে-ক উপদলপতি নিৰ্বাচিত কৰি গোপীনাথ বৰদলৈক সৰ্বসন্মতিক্ৰমে কংগ্ৰেছ বিধায়িনী দলৰ নেতা পতা হয়।

এই ৩৩ জনীয়া কংগ্ৰেছ বিধায়কসকলৰ এজন আৰু চীফ হুইপ (মহাদেৱ শৰ্মাই চৌকাধৰা বুলি অসমীয়া কৰিছে) এতিয়া এজন প্ৰাক্তন প্ৰবীণ কংগ্ৰেছ নেতা দেবেশ্বৰ

শৰ্মা ডাঙৰীয়াই সেই নিৰ্বাচনী পৰ্বৰ বিষয়ে এনেদৰে লিখিছে ঃ "কংগ্ৰেছ দলে বিৰোধী দল গঠন কৰিবলগীয়া হ'ল আৰু গুৱাহাটীত কংগ্ৰেছী সদস্যসকলৰ এখন সভা আহ্বান কৰা হৈছিল। তাত দলপতি, উপ-দলপতি, চীফ হুইপ (Chief whip), দলৰ সম্পাদক আদি নিৰ্বাচন কৰিবলৈ ব্যৱস্থা কৰা হৈছিল। এই সভাত মই অমিয় কুমাৰ দাসৰ নাম দলপতিৰ কাৰণে প্ৰস্তাৱ কৰিলো। ছিলেট আৰু কাছাৰৰ সভ্যৰ মাজৰ পৰা বসন্ত কুমাৰ দাসৰ নাম উত্থাপন কৰা হ'ল। অমিয় কুমাৰ দাসে দলপতিৰ কাৰণে প্ৰাৰ্থিত্ব অস্বীকাৰ কৰাত তেওঁৰ নাম প্ৰাৰ্থীৰ তালিকাৰ পৰা নাকচ কৰা হ'ল। গুৱাহাটীৰ কোনোবা এজন নিৰ্বাচিত সভ্যই গোপীনাথ বৰদলৈৰ নাম প্ৰস্তাৱ কৰিলে। মই অমিয় কুমাৰ দাসৰ নাম প্ৰস্তাৱ কৰাৰ কাৰণ আছিল এইটোৱেই যে এঁহাতে তেওঁ যেনেকৈ বহুগুণ সম্পন্ন অমায়িক লোক, সেইদৰে আনহাতে তেওঁ সকলো স্বাৰ্থ বিসৰ্জন দিয়া কংগ্ৰেছৰ এজন অক্লান্ত কৰ্মী। আৰু বোধহয় গোপীনাথ বৰদলৈদেৱে ১৯৩০-৩৩ চনৰ আন্দোলনত যোগ নিদিয়াটোৱেই হয়তো মোৰ মনোভাবক প্ৰভাৱান্বিত কৰিছিল। সি যি হওক, শেষত এইটোৱেই সিদ্ধান্ত হ'ল যে গোপীনাথ বৰদলৈদেৱ দলপতি হ'ব, উপ-দলপতি হ'ব শ্ৰীহট্টৰ ক্ষীৰোদ চন্দ্ৰ দেৱ। বসন্ত কুমাৰ দাস স্পীকাৰ হ'ব আৰু সৰ্বসন্মতিক্ৰমে মোক চীফ হুইপ পাতিব।"

প্ৰদেশ কংগ্ৰেছ কমিটিৰ সম্পাদক আৰু নবনিৰ্বাচিত এজন বিধায়ক অমিয় কুমাৰ দাসে এই নেতা নিৰ্বাচন সম্পৰ্কে লিখিছে এনেদৰে ঃ "সাধাৰণ-নিৰ্বাচন শেষ হোৱাৰ পিছত গুৱাহাটীত যুটীয়া পাৰ্লামেণ্টেৰী বোৰ্ড বহি বৰদলৈ কংগ্ৰেছ পাৰ্টিৰ নেতা আৰু স্বৰ্গীয় ক্ষিৰোদ দেৱক সহকাৰী নেতা নিৰ্বাচিত কৰিলে। ইয়াৰ পিছত বিধান সভাৰ দুদিনীয়া অধিবেশন এখন বহি বসন্ত কুমাৰ দাসদেৱক অধ্যক্ষৰ পদত নিৰ্বাচিত কৰিলে। কংগ্ৰেছ বিৰোধী পক্ষত থকা সত্ত্বেও কংগ্ৰেছী সদস্য এগৰাকীক অধ্যক্ষ পদত নিৰ্বাচিত কৰাটো সেই সময়ত এটি উল্লেখযোগ্য ঘটনা।

সেই সময়ত কংগ্ৰেছ দলনেতা নিৰ্বাচন সম্পৰ্কে সবিশেষ জনাৰ উদ্দেশ্যে আমি যোৰহাটত অসম বিধান সভাৰ এজন প্ৰাক্তন কংগ্ৰেছ বিধায়ক আৰু প্ৰবীণ ট্ৰেড্ ইউনিয়ন নেতা সৰ্বেশ্বৰ বৰদলৈ দেৱৰ লগত আলোচনা কৰিছিলোঁগৈ। বৰদলৈয়ে আমাৰ আগত কৈছিল ঃ ১৯৩৭ চনৰ নিৰ্বাচনৰ আগত গোপীনাথ বৰদলৈ কংগ্ৰেছত নাছিল। তেওঁ আছিল তেওঁৰ ৰাজনৈতিক গুৰু দেশভক্ত তৰুণৰাম ফুকনৰ লগত।

অসম কংগ্ৰেছৰ নেতাসকলে অনুভৱ কৰিলে যে গুৱাহাটীৰ পূব সমষ্টিত গোপীনাথ বৰদলৈয়ে প্ৰাৰ্থী হ'লেহে কংগ্ৰেছে সেইখন আসনত জয়লাভ কৰিব। বৰদলৈয়ে তেওঁৰ গুৰু তৰুণৰাম ফুকনৰ আশীৰ্বাদ লৈহে কংগ্ৰেছ প্ৰাৰ্থী হিচাবে থিয় হয় আৰু জয়লাভ কৰে। তৰুণৰাম ফুকন কিন্তু কংগ্ৰেছৰ বাহিৰতে থাকিল।

নিৰ্বাচনত কংগ্ৰেছে ৩৩ খন আসন লাভ কৰিবলৈ সক্ষম হ'ল। আহিল নেতা নিৰ্বাচনৰ পৰ্ব। কাক নেতা নিৰ্বাচন কৰিব? কুলধৰ চলিহা, কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকনৰ পিছতেই ডাঙৰ নেতা আছিল। পিছে তেখেত কেন্দ্ৰীয় এছেম্বলিৰ সদস্য নিৰ্বাচিত হোৱাৰ কাৰণে প্ৰাদেশিক নিৰ্বাচনত নমাও নাছিল। গতিকে তেখেতৰ নিচিনা যোগ্য আৰু বহুল প্ৰচাৰিত কংগ্ৰেছ নেতা থকা সত্বেও তেওঁক দলনেতা নিৰ্বাচন কৰাৰ কথা উঠিব নোৱাৰে। বিষ্ণুৰাম মেধি প্ৰদেশ কংগ্ৰেছৰ সভাপতি আৰু কংগ্ৰেছত সক্ৰিয়ভাৱে লাগি আছিল যদিও তেৱোঁ নেতা হ'ব নোৱাৰে কিয়নো তেওঁ নিৰ্বাচনত নমা নাছিল। মেধিৰ যুক্তি আছিল অসমত কংগ্ৰেছক শক্তিশালী কৰিব লাগে আৰু নিৰ্বাচনত অধিক সদস্য নিৰ্বাচিত কৰিব লাগে। নিজে প্ৰাৰ্থী হৈ নিজা সমষ্টিতে আবদ্ধ হৈ থাকি যুঁজ দিয়াতকৈ বাহিৰত থাকি প্ৰচাৰ কাৰ্যৰ যোগেদি কংগ্ৰেছৰ আসন বৃদ্ধি কৰা। গতিকে এতিয়া তেখেতো নেতা নিৰ্বাচনৰ বাবে বিবেচিত হ'ব নোৱাৰে।

এনে পৰিস্থিতিত গোপীনাথ বৰদলৈক নেতা নিৰ্বাচন কৰাটো অপৰিহাৰ্য হৈ পৰিল। তথাপি নেতাৰ বাবে আন দুজন সদস্যৰ নামো আহিল— অমিয় কুমাৰ দাস আৰু দেবেশ্বৰ শৰ্মা। এনে পৰিস্থিতি হোৱাত কুলধৰ চলিহা, বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্মাকে আদি কৰি কেইজনমানে কাক নেতা নিৰ্বাচন কৰিব তাৰ মীমাংসা কৰাত লাগিল। যুক্তি আছিল গোপীনাথ বৰদলৈ ধীৰ-স্থীৰ, গহীন-গম্ভীৰ। তাৰোপৰি তেওঁ কম কথা কোৱা মানুহ। আনহাতে সৰ্বগুণী ব্যক্তি। এই খিনিতে উল্লেখ কৰাৰ প্ৰয়োজন তেতিয়ালৈকে গোপীনাথ বৰদলৈ কেৱল গুৱাহাটী অঞ্চলতহে জনাজাত কংগ্ৰেছ ব্যক্তি আছিল। অসমৰ অন্য ঠাইৰ মানুহে তেখেতক নাজানিছিলেই। এনে এটা পৰিস্থিতি হ'ল গোপীনাথ বৰদলৈক নেতা নাবাছি অসম কংগ্ৰেছৰ অন্য গত্যন্তৰ নাছিল।"

ছাৰ চৈয়দ মহম্মদ ছাদুল্লা অসমৰ প্ৰধানমন্ত্ৰী হ'ল। ইয়াৰ তিনি মাহৰ পিছত অসম বিধান সভাৰ বাজেট অধিবেশন বহে। ছাদুল্লা মন্ত্ৰীসভাই এই অধিবেশনত কেইবাবাৰো পৰাজয় স্বীকাৰ কৰিবলগীয়া হয়। এনে পৰিস্থিতিতো ছাদুল্লা মন্ত্ৰীসভাই পদত্যাগ কৰা নাছিল। কিন্তু ১৯৩৮ চনৰ ছেপ্টেম্বৰ মাহৰ এটা অধিবেশনত ছাদুল্লা মন্ত্ৰীসভাই বিৰোধী পক্ষৰ পৰা অনাস্থা প্ৰস্তাৱ দাঙি ধৰাৰ পিছতেই আৰু সেই প্ৰস্তাৱৰ ওপৰত আলোচনা হোৱাৰ আগতেই পদত্যাগ কৰে। ছাদুল্লা মন্ত্ৰীসভাই পদত্যাগ কৰাত গভৰ্ণৰে কংগ্ৰেছ দলক মন্ত্ৰীসভা এখন গঠন কৰিবলৈ আমন্ত্ৰণ জনাবলৈ বাধ্য হোৱাত কংগ্ৰেছে সংযুক্ত মন্ত্ৰীসভা এখন গঠন কৰিবলৈ চেষ্টা কৰে।

ছাৰ চৈয়দ মহম্মদ ছাদুল্লা অসমৰ প্ৰধানমন্ত্ৰী হোৱাৰ আগতে আৰু তাৰো আগতে ওকালতি ব্যৱসায় কৰাৰ আগতে কটন কলেজৰ শিক্ষক (ড্ৰেমনষ্ট্ৰেটৰ)আছিল। গোপীনাথ বৰদলৈকে আদি কৰি কংগ্ৰেছৰ ভালে কেইজন বিধায়ক তেওঁৰ প্ৰাক্তন ছাত্ৰ

আছিল আৰু তেওঁলোকে ছাদুল্লা চাহাবক 'ছাৰ' বুলিহে সম্বোধন কৰিছিল। ছাদুল্লায়ো তেওঁলোকক 'তুমি' বুলি মাতিছিল।

অসম বিধান সভাত গোপীনাথ বৰদলৈৰ সুযোগ্য নেতৃত্বত কংগ্ৰেছ দলৰ কাৰ্যকলাপে কংগ্ৰেছৰ অন্তৰ্ভুক্ত নোহোৱা সদস্যসকলৰ মাজতো যথেষ্ট প্ৰভাৱ পেলাবলৈ সক্ষম হৈছিল। এই জনপ্ৰিয়তাৰ সুবিধা লৈয়ে কংগ্ৰেছ দলে ছাদুল্লা মন্ত্ৰীসভাৰ বিপক্ষে এটা অনাস্থা প্ৰস্তাৱ বিধান সভাত দাঙি ধৰে। কিন্তু এই অনাস্থা প্ৰস্তাৱ ভোটত দিয়াৰ আগতেই ভোটত পৰাস্ত হ'ব বুলি সন্দেহ কৰি ছাদুল্লা মন্ত্ৰীসভাই পদত্যাগ কৰে। ছাদুল্লা চাহাবৰ ভয় আছিল এইটোহে— তেওঁৰে একালৰ ছাত্ৰ গোপীনাথ বৰদলৈকে আদি কৰি ছাত্ৰ বিধায়কসকলৰ হাতত পৰাস্ত হোৱাটো নিজৰ সন্মান হানিকৰ বুলি বিবেচনা কৰি পদত্যাগেই উত্তম পন্থা হ'ব।

কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা এখন গঠন কৰাৰ কথা যেতিয়া উঠিল তেতিয়া গোপীনাথ বৰদলৈকে আদি কৰি অসম কংগ্ৰেছৰ বিশিষ্ট নেতাসকলে দেশভক্ত তৰুণৰাম ফুকনক কংগ্ৰেছলৈ পুনৰ আনি এখন আসনৰ পৰা পিছত নিৰ্বাচিত কৰি প্ৰথম কংগ্ৰেছ প্ৰধান মন্ত্ৰী পতাৰ চিন্তা আৰু চেষ্টা চলিল। আগভাগ ল'লে গোপীনাথ বৰদলৈয়ে নিজে। লগত অমিয় কুমাৰ দাস, সিদ্ধিনাথ শৰ্মা আদি। দেশভক্ত তৰুণৰাম ফুকনৰ কথা হ'ল তেওঁৰ প্ৰিয় শিষ্য গোপীনাথ বৰদলৈয়েই প্ৰধানমন্ত্ৰী হ'ব লাগে। তথাপি দেৱেশ্বৰ শৰ্মায়ো সুকীয়াকৈ ফুকনক লগ ধৰি ফুকনহে প্ৰধানমন্ত্ৰী হ'ব লাগে বুলি জোৰ দিছিল। দেশভক্ত ফুকনৰ এক কথা— গোপীনাথহে প্ৰধানমন্ত্ৰী হ'ব লাগে। গোপীনাথ বৰদলৈয়ে নিজেও আকৌ এবাৰ গুৰু দেশভক্তক প্ৰস্তাৱ দিলে— গোলাঘাটৰ বিধায়ক শঙ্কৰ বৰুৱাই স্ব-ইচ্ছাই সদস্যপদ এৰিব— ফুকনক তেওঁৰ ঠাইত জিকাই আনিব— গতিকে দেশভক্তই আপত্তি কৰিব নালাগে— প্ৰধানমন্ত্ৰীৰ পদত বহিব লাগে। তৰুণৰাম ফুকনৰ যুক্তি— তেওঁ নিজে প্ৰধানমন্ত্ৰী হোৱা আৰু গোপীনাথ বৰদলৈ প্ৰধান মন্ত্ৰী হোৱা একে কথা।

মৌলানা আবুলকালাম আজাদে কেন্দ্ৰীয় কংগ্ৰেছ পাৰ্লামেণ্টেৰী ব'ৰ্ডৰ নিৰ্দেশক্ৰমে অসমত কংগ্ৰেছ মন্ত্ৰীসভা এখন হ'ব পাৰেনে নোৱাৰে তাৰ গম-গতি ল'বলৈ শ্বিলঙলৈ আহি বাহৰ পাতিলেহি। শেষত সম্ভাৱনা দেখি কংগ্ৰেছ সভাপতি সুভাষ চন্দ্ৰ বসুও ৰাজধানী শ্বিলং পালেহি। থাকিলেহি দুয়োজন নেতা ৱাৰ্ডলেক্‌ৰ পাৰত অৱস্থিত ৰায়চাহাব শিৱপ্ৰসাদ বৰুৱাৰ ভৱন— এছলি হলত। ৰাষ্ট্ৰপতি সুভাষচন্দ্ৰ বসুৰ মত আছিল অসমত কংগ্ৰেছ মন্ত্ৰীসভা এখন হ'বই লাগিব। অসমত এইখন কংগ্ৰেছী মন্ত্ৰীসভা গঠনত দেশভক্ত তৰুণৰাম ফুকনৰ অবদানো কোনো গুণে কম নহয়। আচলতে তেওঁেই আছিল 'কিংমেকাৰ' (King maker); ৰজা পাতোঁতা।

এতিয়া কংগ্ৰেছৰ কোনো এটা দলতে নাথাকি কেৱল বনুৱা সংগঠনতে আজিও আত্মনিয়োগ কৰি থকা প্ৰবীণ ট্ৰেড ইউনিয়ন নেতা যোৰহাট নিবাসী সৰ্বেশ্বৰ বৰদলৈ তেতিয়া যোৰহাট কংগ্ৰেছ অফিচতে আছিল— কাৰ্যালয়ৰ কাৰ্যাধ্যক্ষ। কংগ্ৰেছ মন্ত্ৰীসভা এখন অসমত হ'ব বুলি শুনিয়েই তেখেতে হাতত থকা ৰূপ ১০ টকাৰে ৩ টকাৰ ৰে'লৰ টিকট কাটি মৰিয়ণি হৈ পিছদিনা গুৱাহাটী ওলালগৈ। বাটত একো খোৱা নাই। পিছদিনা আৰু ৩ টকা খৰছ কৰি বাছেৰে শিলং ওলালগৈ। নামিল গৈ শ্বিলঙৰ বিখ্যাত অসমীয়া হোটেল হেপ্পী ল'জত। পিছে বিধায়ক দেবেশ্বৰ শৰ্মাদেৱে বৰদলৈক এছেম্বলি হোষ্টেলতে খোৱা-লোৱাৰ ব্যৱস্থা কৰি নিজৰ লগতে ৰাখিলে। বিধায়ক সোণাৰাম দত্ত আছিল কংগ্ৰেছ সংসদী দলৰ সম্পাদক। দত্তই সৰ্বেশ্বৰ বৰদলৈক মৌলানা আবুল কালাম আজাদ আৰু কংগ্ৰেছ ৰাষ্ট্ৰপতি সুভাষচন্দ্ৰ বসুক সহায় কৰিবলৈ এছ্‌লি হলত স্বেচ্ছাসেৱক— ভলণ্টিয়াৰ নিয়োগ কৰিলে। গতিকে সেই সময়ত যিবোৰ ঘটনা ঘটিছিল সৰ্বেশ্বৰ বৰদলৈদেৱ প্ৰত্যক্ষদৰ্শী।

অসমৰ ব্ৰিটিছ গভৰ্ণৰ জনাই ছাৰ ছাদুল্লাই প্ৰধানমন্ত্ৰিত্ব ত্যাগ কৰাত আৰু তেওঁৰ মন্ত্ৰীসভাই পদত্যাগ কৰাৰ পিছতো কংগ্ৰেছ মন্ত্ৰীসভা এখন গঠন কৰিবলৈ আমন্ত্ৰণ নকৰা হ'ল। তীক্ষ্ণ বুদ্ধিৰ সুভাষ বসুৱে গোপন বেনামী প্ৰচাৰ-পত্ৰ এখন প্ৰকাশ কৰি নিশা শ্বিলঙৰ বাটে-পথে সিঁচৰতি কৰি দিলে। উপায় নাপাই গভৰ্ণৰে ভয় খাই গোপীনাথ বৰদলৈকে কংগ্ৰেছ মন্ত্ৰীসভা এখন গঠন কৰিবলৈ অনিচ্ছাসত্ত্বেও আহ্বান কৰিবলৈ বাধ্য হ'ল।

# চাৰি

গোপীনাথ বৰদলৈৰ নেতৃত্বত সংযুক্ত কংগ্ৰেছ মন্ত্ৰীসভাই এছেম্‌ব্লি হলত শপত গ্ৰহণ কৰিলে।

বাহিৰত দেশভক্ত তৰুণৰাম ফুকনে কংগ্ৰেছ বিধায়কসকল আৰু কংগ্ৰেছ সমৰ্থকসকলক লৈ শাৰীপাতি থিয় হৈ আছে। দেশভক্ত ফুকন সকলোৰে আগত। হাতত এধাৰি ফুলৰ মালা। গোপীনাথ বৰদলৈয়ে প্ৰধানমন্ত্ৰীৰূপে ওলাইহি ওলাই আহি তেওঁলোকৰ আগত উপস্থিত হওঁতেই দেশভক্তই গোপীনাথৰ ডিঙিত মালাধাৰ পিন্ধাই দিয়ে। বৰদলৈয়ে তেওঁৰ ৰাজনৈতিক গুৰুক ভৰি চুই সেৱা এটাও কৰিলে। ফুকনে গোপীক সাবটমাৰি ধৰি আঁকোৱালি ল'লে। দুয়োৰে চকুত চকুপানী। গোপীনাথৰ চকুত চকুপানী বেদনাশ্ৰু— তেওঁৰ গুৰু সৰ্বগুণী বিচক্ষণ নেতা তৰুণৰাম ফুকনৰ দৰে ব্যক্তি থকাতো তেওঁহে অসমৰ কংগ্ৰেছী প্ৰধানমন্ত্ৰী হ'ব লগা হ'ল। দেশভক্ত তৰুণৰাম ফুকনৰ চকুত চকুপানী আনন্দাশ্ৰু— তেওঁৰ প্ৰিয় শিষ্য আৰু ব্যক্তি গোপীনাথ বৰদলৈ প্ৰধানমন্ত্ৰী হ'ল। ইয়াকেই কয় বিমল আনন্দ।

ইয়াৰ পিছতেই প্ৰধানমন্ত্ৰীক লৈ শ্বিলং ৰাজপথত এটা শোভাযাত্ৰা। দেশভক্ত তৰুণৰাম ফুকনৰ নেতৃত্বত হোৱা এই শোভাযাত্ৰাত সৰ্বেশ্বৰ বৰদলৈয়ো শোভাযাত্ৰাকাৰীৰ এজন আছিল।

আবেলি গেৰিচন ফিল্ডত ৰাজহুৱা সভা। নতুন মন্ত্ৰীসকলে ৰাইজৰ আগত প্ৰতিশ্ৰুতি দি শপত খালে। ৰামনাথ দাসেই আছিল মন্ত্ৰীসভাৰ সদস্যৰ ভিতৰত আটাইতকৈ কনিষ্ঠ মন্ত্ৰী। তেওঁ ৰাষ্ট্ৰপতি জৱাহৰলাল নেহৰুকী জয় বুলি চমু বক্তব্য সামৰিলে। পিছত তেওঁক ভুলটো বুজাই দিয়াত পুনৰ উঠি ৰাইজক ক'লে— ৰাষ্ট্ৰপতি সুভাষ বসুকী জয়। ৰাইজেও এইবাৰ গিৰ্জনি মাৰি হাঁহি দিলে।

এইদৰে অসমৰ সমূহ ৰাইজৰ আশীৰ্বাদ শিৰত লৈ গোপীনাথ বৰদলৈ কংগ্ৰেছ প্ৰধানমন্ত্ৰী হ'ল যদিও ৰাজনৈতিক আকাশৰ ডাৱৰ একেবাৰে মুকলি হোৱা নাছিল। তেতিয়াও সংযুক্ত কংগ্ৰেছ মন্ত্ৰীসভা সংখ্যাগৰিষ্ঠ দলৰ নহয়— দুজন সদস্যৰ নাটনি। মৰিও মৰকামোৰ নেৰাৰ দৰে বিৰোধীপক্ষই নতুন মন্ত্ৰীসভাৰ বিৰুদ্ধে অনাস্থা প্ৰস্তাৱ আনিলে। প্ৰস্তাৱটো ভোটলৈ দিলেই মন্ত্ৰীসভাৰ পৰাজয় নিশ্চিত। বিচক্ষণ বুদ্ধিৰ অধিকাৰী সুভাষ বসুৱে এইবাৰো এটা অদ্ভুত কৌশল অৱলম্বন কৰিবলৈ স্পীকাৰ বসন্ত কুমাৰ দাসক বুদ্ধি এটা দিলে। আনকি তেওঁৱেই এটা মাত্ৰ বাক্য ক'বলৈ স্পীকাৰক

পৰামৰ্শ দিলে— "যিহেতু নতুন মন্ত্ৰীসভাই শপত গ্ৰহণ কৰিছেহে, ভালকৈ কাৰ্যভাৰ লোৱাই নাই— এনে ক্ষেত্ৰত অনাস্থা প্ৰস্তাৱ আহিব নোৱাৰে— বিধানসভা অনিৰ্দিষ্ট কাললৈ স্থগিত কৰা হ'ল।" সুভাষ বসুৱে কংগ্ৰেছ বিধায়কসকলক এই নিৰ্দেশো দিলে— অধ্যক্ষই এই কথা ঘোষণা কৰাৰ লগে লগেই যেন সকলোৱে স্পীকাৰক ঘেৰাও কৰি ৰাখে। কিয়নো সদনত হুলস্থূলীয়া পৰিস্থিতি এটাৰ উদ্ভৱ হ'ব— অধ্যক্ষৰ আসনলৈ লক্ষ্য কৰি বিৰোধীপক্ষৰ সদস্যই যিয়ে যি পাই তাকে নিক্ষেপ কৰিব পাৰে। হয়ও। সদনত হুলস্থূল লাগিল। বিধান সভা স্থগিত হ'ল। নতুন মন্ত্ৰীসভাখনেও এটা বিপদজনক পৰিস্থিতিৰ পৰা ৰক্ষা পৰিল।

নিজৰ ৰাজনৈতিক কাৰ্য সমাধা কৰি ৰাষ্ট্ৰপতি সুভাষ বসু শ্বিলং এৰিবলৈ ওলাল। প্ৰধান মন্ত্ৰী বৰদলৈকে আদি কৰি বসুক অন্ততঃ এটি দিন ৰাখিবলৈ চেষ্টা কৰিলে। উদ্দেশ্য আছিল সকলোৱে মিলি এটা ভোজমেল পাতিব। সুভাষ বসুৰ নিচিনা কৰ্মব্যস্ত নেতাক এনেদৰে কোনোবাই ৰাখিব পাৰেনে? তেওঁ একে আষাৰেই না কৰিলে। দেশভক্ত তৰুণৰাম ফুকনে এইবাৰ সকলোৰে হৈ ৰাষ্ট্ৰপতিক অনুৰোধ কৰিলেগৈ। সুভাষ বসুৱে এইবাৰ একে আষাৰতে মান্তি হৈ ক'লে— "দাদা, আপনাৰ আদেশ আমি অমান্য কৰতে পাৰিনা।" ৰাষ্ট্ৰপতিক লৈ ভোজমেল হ'ল। পিছদিনা বসুৱে গৌৰৱ কঢ়িয়াই কলিকতালৈ উভতিল। অসমতো এটা নতুন ৰাজনৈতিক অধ্যায়ৰ সূচনা হ'ল। এই অধ্যায়ৰ ৰচক আৰু প্ৰৱৰ্তক কিন্তু ৰাষ্ট্ৰপতি সুভাষ চন্দ্ৰ বসু আৰু দেশভক্ত তৰুণৰাম ফুকন।

অখ্যাত, অজনাজাত গোপীনাথ বৰদলৈয়ে কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাৰ নেতৃত্ব আৰু দায়িত্ব নেতৃত্বসুলভ মনোবৃত্তিৰে পৰিচালনা কৰি কেৱল নিয়াৰিকৈয়ে চলোৱা নাছিল। নেতৃত্বৰ কৃতিত্বও অৰ্জন কৰিবলৈ সক্ষম হ'ল। এইখন মন্ত্ৰীসভাৰ জীৱন-কাল আছিল মাত্ৰ ১৩ মাহতকৈ অধিক ১৪ মাহতকৈ কম। তথাপি এই কম সময়ছোৱাতে বৰদলৈ মন্ত্ৰীসভাই অসমৰ জনহিতকৰ অনেক কাম কৰি সমূহ অসমৰ জনসাধাৰণৰে কল্যাণ সাধন কৰিছিল। সৰ্বভাৰতীয় লোকৰো দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। ভাৰতৰ অন্যান্য প্ৰদেশত কংগ্ৰেছী মন্ত্ৰীসভাবিলাকৰ গুৰিয়াল তথা প্ৰধানমন্ত্ৰী কেইজন প্ৰখ্যাত কংগ্ৰেছ নেতা আছিল। মাদ্ৰাজ কংগ্ৰেছী মন্ত্ৰীসভাৰ প্ৰধানমন্ত্ৰী হৈছিল বিচক্ষণ নেতা চক্ৰৱৰ্তী ৰাজাগোপালাচাৰী। যুক্ত প্ৰদেশ, এতিয়াৰ উত্তৰ প্ৰদেশৰ প্ৰধান মন্ত্ৰী গোবিন্দ বল্লভ পন্ত। বোম্বাইৰ বি জি খেৰ, মধ্যপ্ৰদেশৰ ৰবিশঙ্কৰ শুক্লা, উৰিষ্যাত বিশ্বনাথ দাস, বিহাৰত শ্ৰীকৃষ্ণ সিংহ আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত সীমান্ত গান্ধী বাদচাহ খানৰ ককায়েক ডাঃ খান চাহেব। এনেবোৰ কংগ্ৰেছৰ প্ৰথম শ্ৰেণীৰ বিচক্ষণ শাসক আৰু নেতাৰ লগত অসমৰ গোপীনাথ বৰদলৈদেৱেও সমানে ফেৰ মাৰি

কৃতকাৰ্যতাৰে শাসনৰ বাঘজৰী টানি নিজকে সৰ্বভাৰতীয় নেতালৈ উত্তীৰ্ণ কৰাৰ লগতে অসমলৈয়ো প্ৰচুৰ সুনাম কঢ়িয়াই আনে।

১৯৩৯ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। ভাৰতৰ মতামত নোলোৱাকৈ বৰলাটে ভাৰতো এই মহাসমৰত জড়িত বুলি ঘোষণা কৰাত নিখিল ভাৰত কংগ্ৰেছে কংগ্ৰেছী মন্ত্ৰীসভাবিলাকক প্ৰতিবাদ স্বৰূপে পদত্যাগ কৰিবলৈ নিৰ্দেশ দিয়ে। সেই নিৰ্দেশ শিৰোধাৰ্য কৰি গোপীনাথ বৰদলৈয়েও ১৯৩৯ চনৰ ১৫ নৱেম্বৰ তাৰিখে সংযুক্ত মন্ত্ৰীসভাখনৰ হৈ পদত্যাগ কৰে।

স্বদেশ সেৱাই আছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ জীৱনৰ ব্ৰত। স্বদেশৰ সমস্যাবিলাকেই তেওঁৰ মন আবৰি থৈছিল। তেওঁৰ প্ৰতিভা, তেওঁৰ ৰাজনৈতিক বিচক্ষণতাৰ পূৰ্ণ বিকাশ ঘটিছিল অৱশ্যে ১৯৪৬ চনৰ পৰাহে। লোকপ্ৰিয় বৰদলৈৰ দেশপ্ৰেমে অসমবাসীৰ ভৱিষ্যৎ উত্তৰাধিকাৰীসকলক সদায়ে প্ৰেৰণা যোগাব। এই কথাত কাৰো সন্দেহ নাই। সন্দেহ থাকিব নোৱাৰে। থকাৰ অন্ততঃ অৱকাশ নাই।

লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে কেৱল মাত্ৰ ১৪ মাহ কাল প্ৰধানমন্ত্ৰী স্বৰূপে চৰকাৰৰ দায়িত্বত থাকি দ্বিতীয় মহাযুদ্ধৰ সন্দৰ্ভত কংগ্ৰেছৰ যুদ্ধবিৰোধী অভিযান তথা সত্যাগ্ৰহ আন্দোলনৰ সিদ্ধান্ত অনুযায়ী পদত্যাগ কৰিলে ভাৰতৰ অন্যান্য প্ৰদেশৰ কংগ্ৰেছী মন্ত্ৰীসভাৰ লগত। অসম মন্ত্ৰীসভাই পদত্যাগ কৰা সম্পৰ্কে এক বিবদমান মতভেদৰো সৃষ্টি নকৰা নহয়। মুছলিম লীগে অসমক মুছলিম সংখ্যাগৰিষ্ঠ প্ৰদেশ কৰিবলৈ যি চক্ৰান্ত কৰি আছিল তাক প্ৰতিৰোধ কৰিবলৈ অসমত কংগ্ৰেছ চৰকাৰ থাকিব লাগে বুলি সবল যুক্তি এটাও প্ৰদৰ্শন কৰা হৈছিল। কিন্তু কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে বৃহত্তৰ স্বাৰ্থত অসম মন্ত্ৰীসভায়ো পদত্যাগ কৰিব লাগে বুলিহে মত পোষণ কৰিলে। গতিকে ১৯৩৯ চনৰ নৱেম্বৰ মাহত বৰদলৈ মন্ত্ৰীসভায়ো পদত্যাগ কৰিলে।

১৯৪০ চনৰ ডিচেম্বৰ মাহৰ পৰা গান্ধীজীয়ে ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰিলে ভাৰতত। আচাৰ্য বিনোৱা ভাৱেই আছিল গান্ধীজীৰ মনোনীত প্ৰথম ব্যক্তিগত সত্যাগ্ৰহী। গোপীনাথ বৰদলৈ হ'ল গান্ধীজীৰ অনুমোদিত অসমৰ প্ৰথমজনা সত্যাগ্ৰহী। গান্ধীজীৰ এই সত্যাগ্ৰহৰ কৌশল আছিল এনে ধৰণৰ। আগতীয়াকৈ পুলিচক (চৰকাৰক) জাননী দি দুটা ধ্বনি উচ্চাৰণ কৰিব লাগে। ব্ৰিটিছক যুদ্ধত ধন-জন দি সহায় কৰিব নালাগে আৰু সকলো হিংসাত্মক যুদ্ধকে অহিংস আৰু শান্তিপূৰ্ণভাৱে বাধা দিব লাগে। গোপীনাথ বৰদলৈয়ে ১৯৪০ চনৰ ১০ ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ কটন কলেজৰ সন্মুখত অগণন জনতাৰ আগত সত্যাগ্ৰহ কৰি গ্ৰেপ্তাৰ বৰণ কৰে। পিছত এবছৰ কাৰাদণ্ড বিহি যোৰহাট জে'ললৈ প্ৰেৰণ কৰে। পিছে জে'লত কেইমাহমান থকাৰ পিছতেই বৰদলৈৰ চকুৰ অসুখ হ'ল। লগত উচ্চ ৰক্তচাপ বেমাৰ। চৰকাৰে

খালাচ দিলে যদিও গুৱাহাটী চহৰ এৰি ক'লৈকো যাব নোৱাৰিব। আন কথাত গৃহবন্দী।

বৰদলৈয়ে যোৰহাট জে'লৰ পৰা মুক্তিলাভ কৰিয়েই যোৰহাট কংগ্ৰেছ অফিচতে থাকিল। কোনো সত্যাগ্ৰহীয়ে পুনৰ সত্যাগ্ৰহ নকৰাকৈ ঘৰলৈ অহাটো নিয়ম নাছিল, পুনৰ কাৰাবৰণ কৰিব লাগে। বৰদলৈয়ে গান্ধীজীৰ পৰামৰ্শ বিচাৰি আবেদন কৰিলে। গান্ধীজীয়ে তেওঁক অসুখৰ কাৰণে পুনৰ সত্যাগ্ৰহ কৰাৰ পৰা ৰেহাই দিলে। এই সময়ছোৱা বৰদলৈয়ে যোৰহাট কংগ্ৰেছ অফিচতে কটালে। দিনৰ সাঁজ ভাত অফিচতে খাই ৰাতিৰ সাজ জী-জোঁৱাই বিষ্ণুপ্ৰাণ চাংকাকতীৰ চৰকাৰী বঙলাত খায়। বৰজোঁৱাই তেতিয়া গড়কাপ্তানী বিভাগৰ কাৰ্যবাহী অভিযন্তা। দিনত কংগ্ৰেছ অফিচত ভাত খায়েই যায় তেতিয়াৰ চৰকাৰী উকীল দেৱেশ্বৰ শৰ্মাৰ ঘৰলৈ। কংগ্ৰেছ কাৰ্যালয়ত থকা সৰ্বেশ্বৰ বৰদলৈয়ে এদিন ক'লে— 'আপুনি এইটো কি কাম কৰিছে? দেৱেশ্বৰ শৰ্মাই চৰকাৰী অনুগ্ৰহ লাভ কৰি চৰকাৰৰ পক্ষত আছে— ইফালে আপুনি হ'ল চৰকাৰ বিৰোধী কংগ্ৰেছ সত্যাগ্ৰহী। এইটো ভাল হোৱা নাই।" লোকপ্ৰিয় বৰদলৈয়ে উপায় নাপাই আচল কথাটো ক'ব লগা হ'ল। "কবি দুৰ্গেশ্বৰ শৰ্মাদেৱ এই কেইদিন তেওঁৰ ভায়েকৰ ঘৰতে আছেহি। মই তেখেতৰ লগত গীতাৰ শ্লোক কেইটামানৰ ব্যাখ্যা শুনিছোঁগৈ। তালৈ যোৱাৰ অন্য উদ্দেশ্য নাই।" উল্লেখ কৰাৰ প্ৰয়োজন বৰদলৈয়ে যোৰহাট জে'লত কাৰাৰুদ্ধ অৱস্থাত থাকোঁতেই গান্ধীজীৰ প্ৰণীত গীতাখন অসমীয়ালৈ অনুবাদ কৰে— 'অনাসক্তি যোগ।' এইখন এতিয়া লোকপ্ৰিয় বৰদলৈৰ প্ৰকাশিত গ্ৰন্থ।

অসম চৰকাৰে বৰদলৈক গৃহবন্দীৰ আদেশত ৰাখিছিল যদিও কলিকতালৈ চকুৰ চিকিৎসাৰ কাৰণে যাবলৈ বিশেষ অনুমতি দিলে। পিছে চিকিৎসাৰ অন্তত গুৱাহাটীলৈ উভতি অহাত আকৌ সেই আগৰ গৃহবন্দীৰ হুকুম বাহাল ৰ'ল।

১৯৪২ চনৰ আগষ্ট মাহৰ প্ৰথম সপ্তাহত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশন বহিল। অসমৰ পৰা লোকপ্ৰিয় গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাদেৱে যোগদান কৰিছিল। সেই ঐতিহাসিক কংগ্ৰেছ অধিবেশনতে প্ৰসিদ্ধ 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হোৱাৰ কথা। আঠ আগষ্টত ভাৰত ত্যাগ প্ৰস্তাৱ ৱৰ্কিং কমিটিৰ সভাত গৃহীত হ'ল যদিও পিছদিনা ন আগষ্টত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ মুকলি অধিবেশনত গান্ধীজীয়ে সেই প্ৰস্তাৱটোৰ ওপৰত ভাষণ দিয়াৰ কথা আছিল। পিছে বৃটিছ চৰকাৰে নিচেই পুৱাতে মহাত্মা গান্ধী, পণ্ডিত জৱাহৰলাল নেহৰু, চৰ্দাৰ বল্লভ ভাই পেটেল, মৌলানা আবুল কালাম আজাদ প্ৰমুখ্যে প্ৰখ্যাত নেতাসকলক গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে। গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাক অসমলৈ উভতি আহোঁতে ধুবুৰীত গ্ৰেপ্তাৰ কৰে। বৰদলৈক পুনৰ যোৰহাট জে'ললৈ প্ৰেৰণ কৰে। এনেবোৰ ৰাজনৈতিক কয়দীৰে ভাৰতৰ বিভিন্ন প্ৰদেশৰ জে'ল ভৰি পৰিল। কিন্তু ১৯৪৪ চনৰ ২৬ আগষ্টত স্বাস্থ্যজনিত

কাৰণত বৰদলৈ ডাঙৰীয়াক পুনৰ মুক্তি দিয়া হয়। মহাত্মা গান্ধীকো কস্তুৰবাৰ আকস্মিক মৃত্যুৰ পিছত মুক্তি দিয়া হয়। বৰদলৈক চৰকাৰে মুক্তি দিলে হয়— এটা চৰ্ত সাপেক্ষেহে। তেখেত নিজ নগৰ গুৱাহাটীৰ পৰা ক'লৈকো যাব নোৱাৰিব। অৱশ্যে ইয়াৰ মাজতে কেইদিনমানৰ কাৰণে চিকিৎসা সংক্ৰান্তত কলিকতালৈ যাবলৈ অনুমতি এটা পালে। বৰদলৈদেৱ কলিকতালৈ গ'ল চিকিৎসাৰ বাবে।

লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে ১৯৪১ আৰু ১৯৪২ চনৰ পৰা মুক্তি নোহোৱালৈকে যোৰহাট জে'লত থাকোঁতে কেইখনমান জীৱনী গ্ৰন্থ ৰচনা কৰিছিল। তাৰ ভিতৰত 'শ্ৰীৰামচন্দ্ৰ', 'বুদ্ধদেৱ', 'হজৰত মহম্মদ' প্ৰধান; 'মহাত্মা গান্ধী' আৰু তেওঁৰ 'অনাসক্তি যোগ'খনো উল্লেখযোগ্য গ্ৰন্থ আছিল।

ভাৰত চৰকাৰে ১৯৪৫-৪৬ চনত সাধাৰণ নিৰ্বাচন ঘোষণা কৰিলে। এইবাৰ নিখিল ভাৰত কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে ছেপ্টেম্বৰ মাহত বহা অধিবেশনত আগন্তুক নিৰ্বাচনত নামিবলৈ সিদ্ধান্ত ল'লে। অসমত কংগ্ৰেছে নিজস্ব এখন মন্ত্ৰীসভা গঠন কৰাৰ উদ্দেশ্যে অধিক সংখ্যক আসনত কংগ্ৰেছ প্ৰাৰ্থী দি নিৰ্বাচন যুঁজত নামে। আনহাতে ছাৰ ছাদুল্লাৰ নেতৃত্বত মুছলিম লীগেও অধিক আসনত প্ৰতিদ্বন্দ্বিতাত নামিল। এই নিৰ্বাচন তীব্ৰ প্ৰতিদ্বন্দ্বিতামূলক আছিল। প্ৰবীণ সাংবাদিক আৰু প্ৰবীণ মুক্তিযোদ্ধা হৰেন্দ্ৰনাথ বৰুৱাই এই নিৰ্বাচনৰ দৃশ্যপট এটাৰ চিত্ৰ এনে ধৰণেৰে দাঙি ধৰিছে ঃ "... ছাৰ ছাদুল্লাৰ মুছলিম লীগ আৰু তেওঁলোকৰ সহযোগীসকলেও এই নিৰ্বাচনত সংখ্যাগৰিষ্ঠতা লাভ কৰিবলৈ উঠি-পৰি লাগিছিল আৰু সেই বিষয়ত কৃতকাৰ্য হ'ব বুলিও ভাবিছিল। নিৰ্বাচন অভিযানৰ মাজতে ধৰমতুলৰ ডাক বঙলাত বৰদলৈ ডাঙৰীয়াৰ লগত এদিন ছাদুল্লা চাহাবৰ মুখামুখি হওঁতে ছাদুল্লা চাহাবে বৰদলৈ ডাঙৰীয়াক আত্মপ্ৰত্যয়ৰ সুৰত কৈছিল যে বিধান সভাৰ ১০৮ খন আসনৰ ভিতৰত অন্ততঃ ৬৪ খন তেওঁলোকে লাভ কৰিব। তেওঁ মুছলমানসকলৰ কাৰণে নিৰ্দিষ্ট ৩৪ খন আসনৰ আটাইকিখন আৰু য়ুৰোপীয়ান আৰু ভাৰতীয় খ্ৰিষ্টানৰ কাৰণে নিৰ্দিষ্ট মুঠ ১০ খন আসনো সম্পূৰ্ণৰূপে পোৱাৰ উপৰি জনজাতীয় ৯ খন, বনুৱাৰ ৪ খন, ভাৰতীয় চাহ খেতিয়কৰ দুখন আৰু মহিলাৰ আসনখনো পাব বুলি ডাঠি কৈছিল। তদুপৰি সাধাৰণ সমষ্টিৰ ৪৭ খন (অনুসূচিতকো ধৰি) আসনৰ ভিতৰতো কেইখনমান তেওঁলোকে পাব বুলি দাবী কৰি বৰদলৈ ডাঙৰীয়াক সুধিছিল— "এতিয়া কোৱাচোন গোপী, তুমি কেনেকৈ বিধানসভাত তোমালোকে সংখ্যাগৰিষ্ঠতা লাভ কৰিবা বুলি আশা কৰিছা?" বৰদলৈ ডাঙৰীয়াই উত্তৰত কৈছিল, — "ছাৰ, আমি সংখ্যাগৰিষ্ঠতা লাভ কৰিমেই। কেনেকৈ কৰিম, আমাৰ সেই ৰণ-কৌশলৰ কথা আপোনাৰ আগত কেনৈ ক'ম?"

সঁচাও। গোপীনাথ বৰদলৈয়ে যেনেদৰে দম্ভালি কৈছিল— সেই নিৰ্বাচনত কংগ্ৰেছে

৬১ খন আসন লাভ কৰিবলৈ সক্ষম হ'ল আৰু তেওঁৰ নেতৃত্বতেই কংগ্ৰেছ সংখ্যা গৰিষ্ঠ দল হিচাপে পৰিগণিত হ'ল। পিছত ৰাজনৈতিক সমীক্ষকসকলেও কংগ্ৰেছৰ এই অসাধাৰণ কৃতকাৰ্যতাৰ গুৰিতেই প্ৰধানতঃ গোপীনাথ বৰদলৈ বুলি একমুখে স্বীকাৰ কৰিছিল। ১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহত বৰদলৈৰ নেতৃত্বতেই এইবাৰ কংগ্ৰেছে নিজস্বভাৱে অসমত কংগ্ৰেছী মন্ত্ৰীসভা এখন গঠন কৰে।

গোপীনাথ বৰদলৈ ডাঙৰীয়া এইবাৰো কংগ্ৰেছ বিধায়িনী দলৰ অপ্ৰতিদ্বন্দ্বী, অবিসম্বাদী, সৰ্বসন্মতিক্ৰমে নেতা নিৰ্বাচিত হোৱাটোৱেই প্ৰমাণ কৰিলে তেওঁৰ নেতৃত্বৰ প্ৰতি সকলো কংগ্ৰেছী লোকৰ আস্থা, বিশ্বাস আৰু অকপট আনুগত্যতা। নিখিল ভাৰত কংগ্ৰেছৰ শীৰ্ষস্থানীয় নেতা মহাত্মা গান্ধীকে আদি কৰি পণ্ডিত জৱাহৰলাল নেহৰু, চৰ্দাৰ বল্লভভাই পেটেল, আবুল কালাম আজাদ আদিৰো সম্পূৰ্ণ ধাৰণা হ'ল বৰদলৈৰ বলিষ্ঠ নেতৃত্ব আৰু বিচক্ষণতাৰ প্ৰতি। সমগ্ৰ ভাৰতৰ ৰাইজৰ মাজতো গোপীনাথ বৰদলৈদেৱ পৰিচিত হ'ল— এজন সুযোগ্য প্ৰশাসক তথা বিচক্ষণ নেতাৰূপে। এইদৰেই এসময়ত অসমত অখ্যাত, অজ্ঞাত, অপৰিচিত নেতা গোপীনাথ বৰদলৈ হৈ পৰিল সৰ্বজন পৰিচিত আৰু স্বীকৃত জন নেতাৰূপে অসমৰ ৰাইজৰ লোকপ্ৰিয় নেতাৰূপে।

দ্বিতীয় মহাযুদ্ধৰ অৱসান ঘটিল। ব্ৰিটেইনত সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হ'ল। ছাৰ উইন্‌ষ্টন চাৰ্চিলৰ কনজাৰভেটিভ পাৰ্টিৰ (ৰক্ষণশীল দল)। ব্ৰিটেইনৰ নতুন বনুৱা প্ৰধানমন্ত্ৰী এট্‌লিয়ে ভাৰত সমস্যাটোৰ সমাধানৰ এটা সূত্ৰ উদ্ভাৱন কৰি ১৯৪৬ চনৰ ১৬ মে'ত ঘোষণা কৰিলে কেবিনেট মিছন প্ৰস্তাৱ। এই সূত্ৰমতে ভাৰতবৰ্ষক তিনিটা শাখাত (□□□□□□□ □, □, □) বিভক্ত কৰাৰ পৰিকল্পনা আছিল। এই আঁচনিৰ মূল কথা কেইটা আছিল— (১) প্ৰাদেশিক বিধান সভাবিলাকে প্ৰতিখন বিধান সভাৰ মুঠ সদস্য সংখ্যাৰ দহভাগৰ এভাগ অনুপাতে নিৰ্বাচিত কৰি দিয়া প্ৰতিনিধিৰে ভাৰতীয় গণ-পৰিষদ এখন হ'ব আৰু বিধান সভাসমূহৰ মুছলমান আৰু অ-মুছলমান সদস্যসকলে তেওঁলোকৰ নিজ নিজ সদস্য সংখ্যাৰ উক্ত অনুপাতে বেলেগে তেওঁলোকৰ প্ৰতিনিধি বাছিব; (২) প্ৰদেশসমূহৰ পৰা এইদৰে নিৰ্বাচিত হোৱা গণ পৰিষদৰ সদস্যসকলে গণ পৰিষদৰ প্ৰাথমিক অধিবেশনত সমবেত হৈ তিনিখন শাখা পৰিষদত বিভক্ত হ'ব। মাদ্ৰাজ, বোম্বাই, মধ্যপ্ৰদেশ, উত্তৰ প্ৰদেশ, বিহাৰ আৰু উৰিষ্যা 'ক' শাখাত; সিন্ধু, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ, বেলুছিস্তান আৰু পাঞ্জাব 'খ' শাখাত আৰু অসম বঙ্গদেশ 'গ' শাখাত অন্তৰ্ভুক্ত হ'ব; (৩) শাখা পৰিষদবিলাকে নিজ নিজ শাখাৰ অন্তৰ্ভুক্ত প্ৰদেশবিলাকৰ আৰু তেওঁলোকে এখন গ্ৰুপ ৰাজ্য কৰিবলৈ হ'লে সেই গ্ৰুপ ৰাজ্যৰ সংবিধান ৰচনা কৰিব; (৪) এনে গ্ৰুপ ৰাজ্যৰ অন্তৰ্ভুক্ত কোনো প্ৰদেশে ইচ্ছা কৰিলে পিছত সেই গ্ৰুপ ৰাজ্যৰ পৰা ওলাই গৈ আন কোনো এখন গ্ৰুপ ৰাজ্যৰ অন্তৰ্ভুক্ত হ'ব

পাৰিব; (৫) গণ পৰিষদৰ সকলো সদস্যই লগ লাগি পিছত ভাৰতীয় ইউনিয়ন বা যুক্তৰাষ্ট্ৰ এখনৰ সংবিধান ৰচনা কৰিব।

কেবিনেট মিছনৰ এই প্ৰস্তাৱত অসম বঙ্গদেশৰ লগত সাঙোৰ খাই থাকিব।

লোকপ্ৰিয় গোপীনাথ বৰদলৈ অসমৰ প্ৰধানমন্ত্ৰী। তেওঁ দিল্লীলৈ যোৱাৰ পথত ৰে'লত ৰেডিঅ' যোগে ব্ৰিটিছ চৰকাৰৰ গ্ৰুপিং আঁচনিৰ কথা জানিব পাৰি বিচলিত হ'ল। বৰদলৈয়ে তেতিয়াই উপলব্ধি কৰিছিল যে গ্ৰুপিং আঁচনি পাকিস্তান আঁচনিৰ অন্য এটা ৰূপ মাত্ৰ আৰু তাৰ দ্বাৰা অসমক মুছলমান গৰিষ্ঠ পৰিষদৰ তলত ৰখাৰ ষড়যন্ত্ৰ। অসমলৈ পমুৱা মুছলমান আমদানি কৰাৰ বাবে অসমৰ ছাদুল্লা মন্ত্ৰীসভা আৰু বঙ্গদেশৰ নাজিমুদ্দিন মন্ত্ৰীসভাৰ যুটীয়া প্ৰচেষ্টা হৈছিল আৰু সেই প্ৰস্তাৱত গ্ৰুপিং আঁচনিৰ মাধ্যমেদি পাকিস্তান বাস্তৱৰূপ লোৱাৰ সংকেত বুলি বৰদলৈদেৱে তেতিয়াই অনুভৱ কৰিছিল।

বৰদলৈয়ে নতুন দিল্লীত কংগ্ৰেছৰ ঘাই নেতৃবৃন্দক বিশেষকৈ পণ্ডিত জৱাহৰলাল নেহৰু, চৰ্দাৰ বল্লভভাই পেটেল, মৌলানা আবুল কালাম আজাদ প্ৰমুখ্যে কংগ্ৰেছৰ ৱৰ্কিং কমিটিৰ সদস্যসকলক গ্ৰুপিং আঁচনিৰ দ্বাৰা অসমৰ চৰম অন্যায় আৰু দুৰ্গতি হ'ব বুলি বিশ্লেষণ দাঙি ধৰিলে। কিন্তু কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে ইতিমধ্যে কেবিনেট মিছনৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ উদ্যত হৈ আছিল। বৰদলৈয়ে এই সৰ্বনশীয়া গ্ৰুপিং আঁচনিৰ বিৰুদ্ধে অকলে হ'লেও যুঁজিবলৈ স্থিৰ কৰিলে। প্ৰতিথযথা সাংবাদিক সতীশ চন্দ্ৰ কাকতীৰ ভাষাত— "বৰদলৈৰ পক্ষে এইটো এটা মৰসাহ হৈছিল, কাৰণ তেতিয়া গণপৰিষদ আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে গ্ৰুপিং আঁচনি গ্ৰহণ কৰাৰ সপক্ষে প্ৰায় সিদ্ধান্ত কৰিছিল; ভাৰতৰ কোনো নেতাই তাৰ প্ৰতিকূলে মত দিয়া নাছিল বা দিবলৈ সাহস নকৰিছিল। মুছলিম লীগৰ পক্ষৰ পৰাও কেবিনেট্ মিছনৰ বিৰুদ্ধে কোনো মত প্ৰকাশ হোৱা নাছিল, কাৰণ গ্ৰুপিং আঁচনি মতে মুছলিম লীগে 'গ' শাখাৰ যোগেদি পূব ভাৰতত; আৰু 'খ' শাখাৰ যোগেদি পশ্চিম ভাৰতত, নামত নহ'লেও কামত; দুখন পাকিস্তান পতাৰ সম্ভাৱনা দেখিছিলো। 'গ' আৰু 'খ' শাখাত যে মুছলমান প্ৰধান শাসন প্ৰবৰ্তন হ'ব, সেইটো বৰদলৈৰ দৃঢ়মত আছিল আৰু তেওঁ অনুমান কৰিছিল যে অসমক শাখাভুক্ত কৰিলে, অসমৰ অস্তিত্ব লোপ হোৱাৰ সম্ভাৱনা অনিবাৰ্য। অসমক এই বিপৰ্যয়ৰ পৰা ৰক্ষা কিভাৱে কৰিব পৰা যায়— সেইটো আছিল বৰদলৈৰ সন্মুখত প্ৰধান সমস্যা আৰু তেওঁৰ নেতৃত্বৰ কাৰণে এটা চৰম পৰীক্ষা।"

# পাঁচ

১৯৪৬ চনৰ ২৩ মাৰ্চত ব্ৰিটিছ কেবিনেট মিছনে ভাৰতত পদাৰ্পণ কৰিলেহি। চিমলাত কংগ্ৰেছ আৰু মুছলিম লীগৰ নেতাৰ লগত ক্ষমতা হস্তান্তৰ সম্পৰ্কে তেওঁলোকৰ আঁচনিৰ আলাপ-আলোচনাৰ প্ৰাথমিক পাতনি মেলিলে। সেই আলোচনাত ভাগ ল'বলৈ প্ৰাদেশিক প্ৰধানমন্ত্ৰীৰ লগতে অন্যান্য নেতাসকলকো মাতিলে। অসমৰ প্ৰধানমন্ত্ৰী বৰদলৈয়ে সেই আলোচনাত ভাগ লৈ ঘোৰ আপত্তি দৰ্শালে। বৰদলৈৰ তীব্ৰ বিৰোধিতাই মিছনক ভীষণ অসুবিধাত পেলালে। কিয়নো ইতিমধ্যে ক্ৰিপ্‌ছ মিছনৰ আঁচনিখন মানি ল'বলৈ কংগ্ৰেছ আৰু মুছলিম লীগে একপ্ৰকাৰ সন্মতিয়েই প্ৰকাশ কৰিছিল।

অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে সভাপতি মহম্মদ তৈয়বুল্লা চাহাবৰ নেতৃত্বত এটা সঁজাতি দল পঠালে দিল্লীলৈ। নতুন দিল্লীত ১০ জুন তাৰিখে বহা কংগ্ৰেছ ৱৰ্কিং কমিটিৰ বৈঠকত অসমৰ হৈ এখন স্মাৰক পত্ৰ দাখিল কৰি কোৱা হ'ল যে অসমে কোনোপধ্যে 'গ' শাখাত অন্তৰ্ভুক্ত নহয়, আন প্ৰদেশৰ দৰে অসমেও নিজৰ শাসন পদ্ধতি নিজেহে ৰচনা কৰিব। উল্লেখ কৰাৰ প্ৰয়োজন যে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ এই ঐতিহাসিক বৈঠকত স্বয়ং মহাত্মা গান্ধীও উপস্থিত আছিল।

কংগ্ৰেছ সভাপতি মৌলানা আবুল কালাম আজাদকে ধৰি নেতৃবৃন্দই অসমৰ এই দাবী মানি ল'লে আৰু অসমৰ সঁজাতি দলক আশ্বাস দিলে যে তেওঁলোকে সহানুভূতিৰে বিবেচনা কৰিব।

ইপিনে নিৰ্ধাৰিত দিনত গণপৰিষদৰ সভ্য নিৰ্বাচিত হ'বই লাগিব। গতিকে অসমৰ কাৰণে যি ১০ জন সভ্য গণপৰিষদকে ব্যৱস্থাপক সভাৰ সভ্যৰ ভোটত নিৰ্বাচন কৰিব লাগিব তাৰ ভাগ বটোৱাৰা কেনেকৈ হ'ব? এই সমস্যা সমাধানত বৰদলৈদেৱে যথেষ্ট নিপুণতা আৰু কৌশল অৱলম্বন কৰিবলগীয়া হৈছিল। মুছলিম লীগৰ পৰা ৩ জন আৰু বাকী ৭ জন কংগ্ৰেছৰ পৰা নিৰ্বাচিত কৰা হ'ল।

অসমৰ এই ১০ জন প্ৰতিনিধি নিৰ্বাচন কৰাৰ উদ্দেশ্যে অসম ব্যৱস্থাপক সভাৰ দিন ধাৰ্য কৰা হৈছিল জুলাইৰ ১০ তাৰিখে। সদনৰ নেতা আৰু প্ৰধানমন্ত্ৰী হিচাবে বৰদলৈয়ে নিৰ্বাচনৰ আগমুহূৰ্তত যি প্ৰস্তাৱ দাঙি ধৰিলে তাতে তেওঁৰ ৰাজনৈতিক বিচক্ষণতাৰ পৰিচায়ক আছিল ঃ

"যিহেতু যোৱা ১৬ মে, ১৯৪৬ চনত ব্ৰিটিছ মন্ত্ৰী মিছন আৰু ভাইচৰয় বাহাদুৰে যি ঘোষণা কৰিছে সেই বিষয় এই ব্যৱস্থাপক সভাই সাৱধানতাৰে বিবেচনা কৰি এই

সিদ্ধান্তত উপনীত হৈছে আৰু এই সভাৰ মত এয়ে যে অসম প্ৰদেশৰ পৰা গণ পৰিষদলৈ নিৰ্বাচিত সভ্যসকলৰ নিজৰ প্ৰদেশৰ বাবে শাসন পদ্ধতি ৰচনা আৰু মীমাংসা কৰিবৰ সম্পূৰ্ণ অধিকাৰ আছে। আন কোনো প্ৰদেশৰ লগত (একাধিকভাৱে) জোটাশালি মৰা বা লগ হৈ বিভাগ গঠন কৰি কোনো শাসন পদ্ধতি ৰচনা কৰিলে এই প্ৰদেশৰ স্বাৰ্থৰ বিপক্ষে হ'ব আৰু যিহেতু এই সভাৰ মতে অসম প্ৰদেশে কোনো আন প্ৰদেশৰ লগত কোনো বিষয়তে স্বাৰ্থ সংশ্লিষ্ট থাকিলে কোনো বিভাগ বা জোটাশালি নামাৰিব। সেই অৰ্থে এই সভাই ইয়াৰ পৰা নিৰ্বাচিত ১০ জন প্ৰতিনিধিক (১৬ মে, ১৯৪৬ চনৰ) ঘোষণামতে তলত দিয়া বিধানকেইটা মানি চলিবলৈ নিৰ্দেশ দিয়ে—

১ম, এই সভাৰ পৰা গণ পৰিষদলৈ নিৰ্বাচিত প্ৰতিনিধিসকলে আমাৰ প্ৰদেশৰ কাৰণে শাসনপদ্ধতি ৰচনা কৰিবলৈ গোট খাব অৰ্থাৎ সিবিলাকে মাথোন আমাৰ প্ৰদেশৰ কাৰণে শাসন পদ্ধতি স্থিৰ কৰিব;

২য়, এই প্ৰতিনিধিসকলে আন কোনো দলত বা বিভাগত আমাৰ প্ৰদেশৰ শাসন পদ্ধতি ৰচনা কৰোঁতে যোগ নিদিব; আৰু

৩য়, এই প্ৰতিনিধিসকলে আন প্ৰদেশৰ লগত জোটাশালি মৰা শাসনপদ্ধতি ৰচনা কৰা কাৰ্যত বৰং পাৰ্যমানে বাধা জন্মাব। আমাৰ প্ৰদেশৰ লগত স্বাৰ্থযুক্ত কোনো বিষয় আন প্ৰদেশৰ লগত চামিল হৈ মাথোন অধিক সংখ্যক ভোটৰ দ্বাৰা নিৰূপিত হোৱা কোনো সিদ্ধান্তত সহযোগ নকৰিব;

৪ৰ্থ, এই প্ৰতিনিধিসকলে গণ-পৰিষদৰ যোগে কেন্দ্ৰীয় শাসন পদ্ধতি ৰচনা কৰাত সদায় সহযোগিতা কৰিব বা অংশগ্ৰহণ কৰিব।

এইদৰেই প্ৰস্তাৱ দাঙি ধৰি সদনৰ নেতা বৰদলৈয়ে আৰু কয় ঃ "অধ্যক্ষ ডাঙৰীয়া, মই প্ৰস্তাৱটো আপোনাক ফঁহিয়াই দেখুৱাওঁ। দকৈ গমি চালে দেখিব যে, এই প্ৰস্তাৱটোত মাথোঁ দুটা ঘাই কথা লুকাই আছে। প্ৰথমটো হৈছে যে এখন প্ৰদেশে নিজৰ শাসন পদ্ধতি ৰচনা কৰাৰ ক্ষমতা আছে। অৰ্থাৎ প্ৰদেশৰ প্ৰতিনিধিসকলৰ শাসনপদ্ধতি ৰচনা কৰিবৰ অধিকাৰ আছে। দ্বিতীয়তে আন প্ৰদেশৰ লগত এই প্ৰদেশৰ সম্বন্ধ থকা বিষয়বিলাকত মন্ত্ৰী মিছনৰ ঘোষণা মতে আন প্ৰদেশৰ লগত জোটাশালি মাৰোঁতে আমাৰ প্ৰদেশৰ শাসন পদ্ধতিত আনৰ অধিক ভোটৰ তলতীয়া হ'ব নেলাগে অৰ্থাৎ জোটাশালি মৰা অৱস্থাৰ পৰা আমি আঁতৰত থাকিম। মোৰ প্ৰস্তাৱত এই দুটাই ঘাই কথা। ব্যক্তিগতভাৱে মই ভাবোঁ এনে ধৰণৰ প্ৰস্তাৱত কোনো পক্ষৰ পৰা বিৰোধিতা হ'ব নেপায় বা হোৱা উচিত নহয়। মোৰ মতে মন্ত্ৰী মিছনৰ ঘোষণাৰ অন্তৰ্নিহিত কথাহে এই প্ৰস্তাৱৰ যোগে ব্যক্ত কৰা হৈছে। কি প্ৰাদেশিক শাসনপদ্ধতি ৰচনা বিষয়ক, কি আন প্ৰদেশৰ লগত সংশ্লিষ্ট স্বাৰ্থযুক্ত কথাৰ আলচ আৰু মীমাংসা বিষয়ত, মন্ত্ৰী

মিছ্নৰ এনে কথা ক'তো নাই যে এখন প্ৰদেশে নিজৰ কাৰণে সুকীয়াকৈ শাসন প্ৰণালী ৰচনা কৰি ল'ব নোৱাৰে বা আন কোনো প্ৰদেশৰ লগত সমান অংশীদাৰ হিচাপে কোনো সুকীয়া স্বাৰ্থৰ বিষয় আলচ কৰিব নোৱাৰে। মন্ত্ৰী মিছ্নৰ ঘোষণাৰ ইয়াৰ বাহিৰে আন অৰ্থ কৰিলে সি নিশ্চয় ভুল হ'ব আৰু সি নিশ্চয় বিবেচনাৰ অযোগ্য হ'ব। ইয়াৰ বাহিৰে আন এটা অৱস্থা কোনো প্ৰদেশৰ পক্ষে সম্ভ্ৰম আৰু মৰ্যাদাৰ বিপক্ষে হ'ব। আমাৰ ইয়াৰ ভিতৰত এনে কোন আছে— যি অসমৰ মৰ্যাদা বা সম্ভ্ৰমৰ কাৰণে অনুভৱ নকৰিব বা চিন্তা নকৰিব? সেই কাৰণে মই ভাবোঁ যে এই প্ৰস্তাৱৰ বিৰোধিতা নহ'ব।

মই আচলতে অনুভৱ কৰোঁ গণতন্ত্ৰৰ এনে মূল নীতিৰ বিপক্ষে কোনেও থিয় নিদিব। আমি সকলোৱে জানো যে আমাৰ প্ৰদেশ ১৯৩৫ চনৰ ভাৰত শাসন আইনমতে শাসিত হৈ আহিছে। সেই আইনৰ বিধানমতে অসম প্ৰদেশে কিছুমান ক্ষমতা পোৱাৰ ফলত ই সৰ্বপ্ৰকাৰে স্বয়ংশাসিত হৈছে। আভ্যন্তৰীণ শাসন হিচাপে এই প্ৰদেশে এটা গভৰ্ণমেণ্টৰ সকলো বিষয়তে শাসনত হাত আছে আৰু বাহিৰা হিচাপে ই এটা গোট হিচাপে আন প্ৰদেশৰ লগত সমান স্বত্বৰ অধিকাৰী।

মই কেতিয়াও ভাবিব নোৱাৰোঁ যে মন্ত্ৰী মিছনে উক্ত ক্ষমতাবিলাক বিলোপ কৰিবলৈ বা নিদিবলৈ কিবা নতুন প্ৰস্তাৱ কৰিব পাৰে। সিবিলাকে জানে যে জোটাশালি মাৰিলে প্ৰাদেশিক স্বাধীনতা খৰ্ব হ'ব আৰু কোনো এটা অংশক নিজৰ সন্মতি আৰু স্বাধীন চিন্তাৰ পৰা বঞ্চিত কৰি কোনো বিধান গ্ৰহণ কৰিবলৈ অনুমোদন কৰিব।

মই এইটো কেতিয়াও ভাবিব নোৱাৰোঁ যে গণতন্ত্ৰপ্ৰিয় মন্ত্ৰী মিছনে কাৰো ওপৰত গাৰ বলেৰে এনে গণতন্ত্ৰ বিৰোধী বিধান জাপি দিব পাৰে। সেই কাৰণে মই কওঁ, অধ্যক্ষ ডাঙৰীয়া, যে মন্ত্ৰী মিছ্নৰ ঘোষণাৰ কথাৰ লগত মোৰ এই প্ৰস্তাৱেই সমৰ্থনযোগ্য আৰু ই সমাদৰ পাবৰো লায়ক। এই প্ৰস্তাৱৰ দ্বাৰা গণপৰিষদলৈ নিৰ্বাচিত সদস্যসকলক আমি আমাৰ প্ৰদেশৰ কাৰণে শাসন প্ৰণয়ন কৰিবলৈ ভাৰ দিছোঁ। আমাৰ প্ৰদেশৰ সমস্যা আমাৰ বাহিৰে আনে কি জানিব? প্ৰয়োজন হ'লে আমিয়েই আনৰ লগত উদ্ভৱ হোৱা বিভেদবোৰ গুচাই নিজক খাপ খুৱাই ল'ব লাগিব। মই জানো যে আমাৰ প্ৰদেশত এনে দল বা সম্প্ৰদায় আছে যি ৰাজনৈতিক ক্ষেত্ৰ বা শাসন সম্বন্ধীয় আন কথাৰ আন প্ৰদেশৰ লগত খাপ খুৱাই ল'বলৈ প্ৰস্তুত কিন্তু আমিয়েইহে লগ হৈ বহি আমাৰ নিজৰ ভিতৰত সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰিব লাগে, কোনো বাহিৰা প্ৰদেশৰ মানুহে নহয়। মই ভাবোঁ যে গণতন্ত্ৰক ভাল পোৱা কোনো লোকে মোৰ এই প্ৰস্তাৱৰ বিৰোধিতা নকৰিব।

দ্বিতীয়টো কথাৰ বিষয়ে অৰ্থাৎ আন প্ৰদেশৰ লগত আমাৰ দেশৰ সম্পৰ্ক থকা কথাৰ বিষয় আলোচনা। মই এইটো স্বীকাৰ কৰোঁ যে বঙ্গদেশৰ লগত আমাৰ প্ৰদেশৰ

সম্বন্ধ থকা বহুতো বিষয়ত আলোচনা কৰিব লাগিব আৰু সেইবোৰ সমাধান কৰিব লাগিব। বঙ্গদেশৰ লগত আমাৰ বহুতো বিষয়ত সম্বন্ধ আছে। অতীত কালৰে পৰা উভয় প্ৰদেশৰ ভিতৰত চলি থকা বেপাৰ-বাণিজ্যৰ কথা নকওঁৱেই; আন বহুতো কথাত সিবিলাকৰ লগত ঘনিষ্ঠ সম্বন্ধ আছে। এনে কি বিশ্ববিদ্যালয়, হাইকোর্ট প্ৰভৃতিৰ বাবেও সিবিলাকৰ ওচৰত আমি ধৰুৱা। কিন্তু অকল ইয়াৰ বাবেই বঙ্গৰ অধিক সংখ্যক ভোটৰ ফলত আমাৰ সম্বন্ধ নিৰূপণ বা স্বাৰ্থ তলত পৰিবলৈ দিব নোৱাৰি। আমি এইটো ক'বই লাগিব যে যুটীয়া সভাত অধিক সংখ্যক ভোটৰ বলত আন এখন প্ৰদেশৰ তলতীয়া হৈ আমাৰ সকলো প্ৰাদেশিক স্বাৰ্থ বিসৰ্জন দিবলৈ ভয় কৰিছোঁ আৰু সেই বাবেই তেনে যুটীয়াকৈ মতা সভাত যোগ দিয়া নহ'ব। মই এইটো অনুভৱ কৰোঁ যে এনে প্ৰস্তাৱ গ্ৰহণ কৰাত কাৰো আপত্তি নহ'ব। কোনো সাম্প্ৰদায়িক বিবেচনা নাথাকিলেও মোৰ প্ৰস্তাৱ সৰ্ববাদী সন্মতক্ৰমে গ্ৰহণ কৰাৰে যোগ্য।"

বিৰোধী দলৰ নেতা আছিল ছাৰ মহম্মদ ছাদুল্লা চাহাব। ছাদুল্লাই প্ৰস্তাৱটোৰ বিৰোধিতা কৰি যুক্তি দাঙি এনে প্ৰস্তাৱ অনাটো বিধিবহিৰ্ভূত হৈছে কিয়নো "মন্ত্ৰী মিছনৰ কথামতে আমাক গণ পৰিষদলৈ সভ্য নিৰ্বাচন কৰিবলৈ দিছে। আমি তাকেহে কৰিব লাগে। আমি সেই সভ্যসকলক নিৰ্দেশ দিবৰ কোন? আৰু সেই নিৰ্দেশ খাটিব কিয়?" ছাদুল্লাৰ মতে বঙ্গদেশৰ লগত অসমক লগ লগাই দিয়াত সুবিধাহে হৈছে। কিয়নো উন্নত বঙ্গদেশৰ লগত থাকিলে অসমৰো উন্নতি অনিবাৰ্য। ছাৰ ছাদুল্লাই অৱশ্যে এই কথাও জনালে, "আমি এই বিষয়ত কোনো হস্তক্ষেপ নকৰোঁ। নিৰ্বাচন আৰু প্ৰস্তাৱৰ দুয়োটাতে নিৰপেক্ষ থাকিম।"

প্ৰত্যুত্তৰত বৰদলৈয়ে যুক্তি সহকাৰে সমিধান দিলে। লগতে কৈছিল ঃ "যে বিৰোধী দলৰ নেতাৰ মতে আমি প্ৰাদেশিক জোটাশালি মৰা প্ৰস্তাৱ মানি ল'বলৈ বাধ্য আৰু গণপৰিষদৰ নিৰ্বাচন মানি লোৱাত ইটো অংশটো স্বীকৃতি দিয়া হ'ল।" বৰদলৈয়ে ক'লে যে এই দুয়োটা কথা কেতিয়াও গ্ৰহণযোগ্য হ'ব নোৱাৰে। সেই ঘোষণাৰ ১৫ দফাৰ ৫ ছেদত আছে— প্ৰদেশবিলাকে ইচ্ছামতে গ্ৰুপত সোমাব পাৰে। সেইমতে আমি মন নগ'লে ইচ্ছা নকৰিলে নোসোমাবও পাৰোঁ। সোমাবই লগা কথাটো ইয়াৰ দ্বাৰা সূচায় নে? আমি আন প্ৰদেশৰ লগত নোসোমাবৰ ঘাই কাৰণ হৈছে আন প্ৰদেশৰ 'সৰহীয়া ভোটে' আমাক একেবাৰে সৰ্বনাশ কৰিব পাৰে। যদিহে সেই দোষটো গুচাব পাৰি তেন্তে কোনো প্ৰদেশৰ জাপত সোমাবলৈ আমাৰ আপত্তি নাথাকিব পাৰে। দুখন প্ৰদেশে সমান অধিকাৰ লৈ উভয়ৰ স্বাৰ্থ থকা বহুতো বিষয়ত একেলগে বহি আলচ কৰাত আমি আপত্তি কৰা নাই।"

বৰদলৈয়ে এই কথাও জনালে ঃ "আমাৰ ঘাই আপত্তি যে আমাৰ অস্তিত্ব কেতিয়াও আনৰ হাতত পেলাই তাক ব্যাহত হ'বলৈ দিব নোৱাৰোঁ। সেই ঘোষণাৰ ১৯

ছেদৰ (১৩) ছেদত মই পঢ়িছোঁ। বিৰোধী দলৰ নেতাৰ, সেই সম্পৰ্কীয় কথাত মই দেখুৱা আকাংক্ষা দূৰ কৰিবৰ কোনো কথাকে দেখুৱাব পৰা নাই। মোৰ মতে এইটো একেবাৰে সঠিক যে ঘোষণা মতে আমি 'গ্ৰুপত' সোমোৱা-নোসোমোৱাটো আমাৰ ইচ্ছাধীন আৰু ১৯ ছেদ মতেও এখন প্ৰদেশে ভোটৰ বলেৰে আন এখন প্ৰদেশৰ ওপৰত প্ৰভুত্ব কৰিবলৈ দিব নোৱাৰে। সেই কাৰণে বিৰোধী দলৰ নেতাৰ কথাৰ যুক্তি-যুক্ততা মই বুজি নেপাওঁ যে আমি জোটাশালি মাৰিবই লাগিব আৰু আন প্ৰদেশৰ লগত সুকীয়া বিষয়ৰ আলচ কৰি শাসন পদ্ধতি স্থিৰ কৰাত উভয়ৰ ভিতৰত অধিকাংশ ভোটৰ বলত হোৱা সিদ্ধান্ত মানি ল'ব লাগিব।"

বৰদলৈৰ অকাট্য যুক্তিত সকলো পতিয়ন গ'ল। বিনা প্ৰতিবাদে, প্ৰস্তাৱটো সৰ্বসন্মতভাৱে গৃহীত হ'ল। অৱশ্যে ভোট দিয়াৰ সময়ত লীগৰ সদস্যসকল নিৰপেক্ষ থাকিল। য়ুৰোপীয় সদস্যৰ দলটোৱেও ভোটৰ পৰা আঁতৰি থাকিল। গতিকে সদনত প্ৰস্তাৱটো গৃহীত হোৱাত কোনো বাধা নজন্মিল।

প্ৰাদেশিক কংগ্ৰেছ সভাপতি মহম্মদ তৈয়বুল্লা চাহাবৰ লগত অসমৰ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সদস্যসকলে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্যসকলক লগ ধৰে। তেতিয়া কমিটিৰ অধিবেশন বহি আছিল। মহেন্দ্ৰ মোহন চৌধুৰী আছিল অসম সংসদী দলৰ সম্পাদক। তেখেতেও মহাত্মাজী আৰু ৱৰ্কিং কমিটিৰ সদস্যসকলক সততে লগ ধৰি আছিল। তেখেত এক প্ৰকাৰ বৰদলৈদেৱৰ পত্ৰবাহকেই আছিল।

৬ ডিচেম্বৰত ব্ৰিটিছ মন্ত্ৰীসভাই গ্ৰুপিং সম্পৰ্কে যি মত দাঙি ধৰিলে অসমৰ পক্ষে সি আছিল নিৰাশজনক। বৰদলৈ উদ্বিগ্ন হৈ বিচলিত হৈ পৰিল।

বৰদলৈয়ে ৯ ডিচেম্বৰত অসমৰ গণ পৰিষদৰ সদস্যসকলৰ হৈ কংগ্ৰেছ ৱৰ্কিং কমিটিৰ ওচৰত এখন স্মাৰক পত্ৰ দাখিল কৰিলে। সেই স্মাৰক পত্ৰত ব্ৰিটিছ মন্ত্ৰী সভাৰ ব্যাখ্যা যে অসমৰ কাৰণে গ্ৰহণীয় নহয় তাক স্পষ্টভাৱে জনাইছিল।

পণ্ডিত জৱাহৰলাল নেহৰুৱে বৰদলৈক লিখিতভাৱে জনালে ঃ "অসম ব্যৱস্থাপক সভাত গৃহীত প্ৰস্তাৱ মই দেখিছোঁ। সেইমতে আপোনালোকে প্ৰাদেশিক বিভাগ কথাটোত অসহযোগ কৰিব নালাগে। মই দেখিছোঁ যে আপোনালোকে বিভাগ আৰু প্ৰাদেশিক জোটবন্ধা দুয়োটা কথাৰ বিষয়ে ভুল ধাৰণা কৰিছে।"

ইয়াৰ উত্তৰত বৰদলৈয়ে জনালে যে নিজ নিজ প্ৰদেশৰ কাৰণে আইন প্ৰণয়ন কৰিবলৈ সাৰ্বভৌম ক্ষমতা দিব লাগে আৰু অকল প্ৰদেশৰ সদস্যসকলেই সেইটো স্থিৰ কৰিব লাগে।

কংগ্ৰেছ ৱৰ্কিং কমিটিৰ অধিবেশনেও প্ৰদেশবিলাকৰ নিজ নিজ শাসনপদ্ধতি ৰচনা কৰিবৰ ক্ষমতাৰ কথা দোহাৰিছিল আৰু জোটত সোমোৱা-নোসোমোৱাৰ সিদ্ধান্ত ল'বৰ প্ৰদেশৰ অধিকাৰ থাকিব।

১২ ডিচেম্বৰত বৰদলৈদেৱৰ পত্ৰবাহক হিচাপে মহেন্দ্ৰ মোহন চৌধুৰী আৰু বিজয় চন্দ্ৰ ভাগৱতীদেৱে শ্ৰীৰামপুৰত মহাত্মা গান্ধীক লগ ধৰিবলৈ গৈছিল। গান্ধীজীয়ে তেওঁলোকৰ হাতত তেওঁৰ মন্তব্যৰ সৈতে টোকা এটা দিলে বৰদলৈলৈ। "এই বিষয়ত সিদ্ধান্ত কৰিবলৈ মোৰ এক মিনিটো সময় নেলাগে। কাৰণ মই এইটো ঠিক কৰি থৈছোঁ। মই হাঁড়ে-হিমজুৰে এজন কংগ্ৰেছ পন্থী; বৰ্তমান কংগ্ৰেছৰ গঠন প্ৰণালী ময়ে তৈয়াৰ কৰা। মই বৰদলৈক কৈছিলো যে যদিহে কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে কোনো খাটাং নিৰ্দেশ নিদিয়ে তেন্তে অসমে কেতিয়াও 'বিভাগ' মানি ল'ব নালাগে। অসমে প্ৰতিবাদ দাখিল কৰি গণপৰিষদ ত্যাগ কৰি ওলাই আহিব লাগে। ই কংগ্ৰেছৰ মঙ্গলৰ কাৰণে কংগ্ৰেছৰ বিপক্ষে সত্যাগ্ৰহ স্বৰূপ হ'ব।"

সেই টোকাটোত গান্ধীজীৰ এইখিনি কথাও আছিল ঃ "আমাৰ দাসত্বসুলভ মনোবৃত্তিৰ ফলত ভাবোঁ যে কিজানি কংগ্ৰেছৰ কথা নামানিলে কিবা অন্যায় কৰা হ'ব। স্বাধীনচিতীয়া ভাব আৰু এনে দাসত্ব মনোবৃত্তিৰ মাজত পাৰ্থক্য কৰা টান। আমাক ইয়েই ভুল কৰায়। তেখেতে একেবাৰে শেষত ক'লে, মই আপোনালোকক ইমানখিনি সময় যিখিনি কথা ক'লো সেইখিনিৰে আপোনালোকৰ মনৰ দৃঢ়তা বঢ়াবলৈ যত্ন কৰিছোঁ। আপোনালোকে যদি এতিয়া ঠিক মতে কাম নকৰে তেন্তে অসমৰ সৰ্বনাশ হ'ব। বৰদলৈদেৱক ক'ব মই এতিয়াও হতাশ হোৱা নাই। গোটেই পৃথিৱীৰ বিৰুদ্ধেও আপোনালোকে থিয় দিব লাগিব। নতুবা মই ক'ম, অসমত মানুহ জাতি আছে কিন্তু মানুহ নাই। বঙ্গদেশে অসমত আধিপত্য কৰিব এইটো অসহনীয় কথা।"

মহাত্মা গান্ধীৰ এই টোকা পাই বৰদলৈদেৱে গণপৰিষদৰ সদস্য কেইজনমান লৈ কংগ্ৰেছ ৱৰ্কিং সভাত নিজে উপস্থিত হ'ল আৰু মহাত্মাজীৰ মনোভাব জনালে।

বৰদলৈদেৱৰ সবল প্ৰতিবাদ তথা দাবী সাব্যস্ত হ'ল। ব্ৰিটিছ কেবিনেট মিছনৰ গ্ৰুপিং অকাৰ্য হ'ল। অসম ৰক্ষা পৰিলে গ্ৰুপিঙৰ গ্ৰাসৰ পৰা। ফলত দেশ বিভাজন ঘটিল। ভাৰত দ্বিখণ্ডিত হ'ল— হিন্দুস্তান আৰু পাকিস্তান দুখন দেশত বিভক্ত হ'ল।

বৰদলৈদেৱে সেই সময়ৰ তেওঁৰ চিন্তা, দুঃচিন্তা আৰু বাপুজীৰ কথা ইংৰাজী টোকা এটাত নিজেই লিপিবদ্ধ কৰি গৈছে ঃ

"ব্ৰিটিছ মন্ত্ৰী মিছন ভাৰতলৈ আহিল। তেওঁলোকে ভাৰতৰ হাতত ৰাজনৈতিক ক্ষমতা হস্তান্তৰ কৰাৰ সিদ্ধান্ত কৰি প্ৰদেশবিলাক সমষ্টিৰ যোগে শাসনৰ প্ৰস্তাৱ কৰিলে। অসমক 'গ' সমষ্টিৰ লগত সাঙুৰি দিয়া প্ৰস্তাৱ হ'ল। এই সময়ত দিল্লীত হোৱা এখন সভাত যোগদান দিবলৈ মই যাত্ৰা কৰাৰ পথত মন্ত্ৰী মিছনৰ সিদ্ধান্তৰ কাম ১৬ মেৰ দিনা গধূলি ৰেডিঅ'ৰ পৰা পালো। মই একেবাৰে বিমোৰ হৈ পৰিলো। এই ব্যৱস্থাৰ কুফলৰ কথা ভাবি মই ৰাতি শুবকে নোৱাৰিলো। সেই সময়ত অসম মন্ত্ৰীসভাৰ

অন্যতম মন্ত্ৰী শ্ৰীবৈদ্যনাথ মুখাৰ্জী মোৰ লগত গৈছিল। দিল্লীত উপস্থিত হৈয়েই ততাতৈয়াকৈ কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্যসকল আৰু কংগ্ৰেছ সভাপতিক লগ ধৰাটোৱেই হ'ল আমাৰ প্ৰধান আৰু প্ৰথম কৰ্তব্য; কিয়নো তেওঁলোক প্ৰায় সেই সিদ্ধান্ত গ্ৰহণ কৰিবলৈ ইতিমধ্যেই সন্মতি জ্ঞাপন কৰোঁ কৰোঁ অৱস্থাত। অসমৰ জটিল আৰু বহুমুখী সমস্যাৱলীৰ কথা তেওঁলোকৰ আটাইৰে দৃষ্টি আকৰ্ষণ কৰিছোঁ যে ৯ টা মাথোন ভোটেৰে এখন প্ৰদেশ তাৰ ৮ গুণ সৰহ ভোট থকা আন এখন প্ৰদেশৰ লগত সাঙুৰি দি ভাগ্য নিয়ন্ত্ৰণ কৰিবলৈ এৰি দিয়াটো ঘোৰ অন্যায়ৰ কথা হ'ব। তাৰ উত্তৰত আমাক জনালে যে ইয়াৰ ফলত কোনো বিশেষ অসুবিধা নহ'ব কাৰণ অসমে যদি ইচ্ছা কৰে তেন্তে সমষ্টিৰ পৰা পিছত ওলাই আহিব পাৰিব। মই এই সম্পৰ্কত আমাৰ নেতাসকলৰ লগত কিমান তৰ্ক-বিতৰ্ক কৰিলো তাক ইয়াত বহলভাৱে উল্লেখ কৰাটো সমীচীন নহ'ব। মনৰ এনে এক গতিত মই মহাত্মাজীৰ ওচৰ চাপিলো আৰু মোৰ মনত খেলোৱা সকলো কথা মই বাপুজীৰ আগত প্ৰকাশ কৰিলো। মই এই কথাও বাপুজীক ক'লো যে সমষ্টি যদি মানি লোৱা হয় তেনেহ'লে অসমৰ জনসাধাৰণৰ বাবে মই যি দায়িত্ব বহন কৰি আছোঁ তাৰ ভৱিষ্যৎ একেবাৰে সৰ্বনশীয়া হৈ পৰিব। শ্ৰীবৈদ্যনাথ মুখাৰ্জী এই সময়ত মোৰ লগত আছিল আৰু তেওঁ পিছত মোক কৈছিল যে মই গান্ধীজীৰ আগত এইদৰে সকলোবোৰ কথা কোৱা সময়ত বাপুজীয়ে মোৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখিছিল। গান্ধীজীয়ে মোক সুধিছিল, "তুমি এখন দেশৰ প্ৰধানমন্ত্ৰী নোহোৱানে? তুমি বাৰু এইদৰেই ইমান উচ্চপদবী এটাৰ দায়িত্ব বহন কৰিবানে? উক্ত সমস্যাত অধৈৰ্য হৈ পৰাৰ কোনো কাৰণ নাই।" বাপুজীয়ে মোক কয় যে মই এখন প্ৰদেশৰ প্ৰধানমন্ত্ৰী আৰু মোৰ ইচ্ছাৰ প্ৰতিকূলে মোৰ প্ৰদেশৰ ওপৰত কোনো অন্যায় জাপি দিব নোৱাৰে। তেতিয়া মই বাপুজীৰ আগত ৱৰ্কিং কমিটিৰ সদস্যসকলৰ প্ৰতিক্ৰিয়াৰ বিষয়ে ক'লো। তেতিয়া বাপুজীয়ে ক'লে যে ৱৰ্কিং কমিটিৰ সদস্যসকলে কোনো এখন প্ৰদেশৰ ইচ্ছাৰ বিৰুদ্ধে প্ৰদেশখনৰ অৱনতি ঘটাকৈ কোনো অন্যায় জাপি দিব নোৱাৰে। সেইবাবে যদি মই ভাবোঁ যে উক্ত সিদ্ধান্ত মোৰ প্ৰদেশখনৰ নায্য স্বাৰ্থৰ বিৰোধী তেতিয়াহ'লে কোনোপধ্যেই এই সিদ্ধান্ত মানি লোৱাটো মোৰ উচিত নহ'ব। বাপুজীয়ে মোক ক'লে যে ৱৰ্কিং কমিটিৰ সদস্যসকলে কেতিয়াও যুক্তিত বিৰোধী হ'ব নোৱাৰে। যদি আমাৰ প্ৰদেশখনৰ বিৰোধী কিবা মনোভাব ৱৰ্কিং কমিটিৰ সদস্যসকলে দেখুৱায় তেনেহ'লে আৱশ্যক হ'লে ৱৰ্কিং কমিটিৰ সদস্যসকলৰ লগতো যুঁজ কৰিব লাগিব। মই তেতিয়া মাথোঁ বাপুজীৰ পৰা আশীৰ্বাদ ভিক্ষা কৰিলো আৰু মোৰ বোধেৰে বাপুজীয়ে মোক সৰ্বান্তঃকৰণে আশীৰ্বাদ দিয়ে।

নতুন দিল্লীৰ হৰিজন ক'লনিত থকা বাপুজীৰ বাহৰৰ পৰা মই ওলাই আহিলো। মোৰ ব্যগ্ৰতাৰ ইতিমধ্যেই বহুখিনি শাম কাটিলে আৰু মই আগতকৈ বুকুত বেছি সাহস

বান্ধি ল'লো। সঁচাকৈয়ে মই এই অনুপ্ৰেৰণা আৰু সাহসৰ বলতে মুছলিম লীগৰ কুচক্ৰান্তৰ পৰা হাতসাৰি অসমক মুক্ত কৰিব পাৰিলো। ইয়াৰ বলতেই কি পৰিষদ কি আন আন ঠাই সকলোতে জয়লাভ কৰিবলৈ মই সক্ষম হ'ব পাৰিছিলো। তাৰ পিছত মই জানিব পাৰিলো যে বহুতে সমষ্টি প্ৰস্তাৱ গ্ৰহণৰ বাবে প্ৰায় সন্মতি প্ৰকাশ কৰিছে। তেতিয়া মই এটা ডাঙৰ চিন্তাত পৰিলো; মই এতিয়া উক্ত প্ৰস্তাৱ গ্ৰহণত সন্মতি জনাম নে? আজি ২৫ বছৰ ধৰি সেৱা কৰি অহা কংগ্ৰেছ আৰু গণ পৰিষদৰ পৰা পদত্যাগ কৰি ওলাই যাওঁ। কিয়নো সমষ্টি প্ৰস্তাৱ গ্ৰহণ কৰা মানে অসমৰ জাতীয়তাবাদৰ ধ্বংস মাতি অনা। মই বহুবাৰ এই বিষয়ে চিন্তা কৰি শেষত থিৰ কৰিলো যে অকল গান্ধীজীয়েই অসমক বচাব পাৰিব।

সেই সময়ত গান্ধীজীয়ে তেওঁৰ ক্ষীণকায় আৰু স্বাস্থ্যৰে সাম্প্ৰদায়িকতাৰ গৰাহত পৰি সৰ্বস্বান্ত হোৱা নোৱাখালীৰ গাঁৱে গাঁৱে ভ্ৰমণ কৰি শান্তি আৰু সম্প্ৰীতিৰ ব্ৰতত ব্ৰতী হৈছে। এনে অৱস্থাত মই মোৰ দুজন ডেকা বন্ধু শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী আৰু বিজয় চন্দ্ৰ ভাগৱতীক এখন চিঠি দি গান্ধীজীৰ ওচৰলৈ পঠালো আৰু লগতে তেওঁৰ পৰা পৰামৰ্শ প্ৰাৰ্থনা কৰিলো। বাপুজীয়ে ইয়াৰ উত্তৰত মোলৈ যি লিখিলে তাক জনোৱাটো বাহুল্য। এইবাৰ তেওঁৰ পৰা দৃঢ় অভিমত পালো যে মই কাৰো সেও নামানি ইয়াৰ বিৰুদ্ধে দৃঢ়ভাৱে থিয় দিয়া উচিত। মই যদি সেও মানো তেতিয়াহ'লে মোক কোনেও সহায় নকৰিব। যদি মই দৃঢ়তাৰে পৰিস্থিতিৰ সন্মুখীন হওঁ তেনেহ'লে মোৰ ওপৰত কোনেও অন্যায় জাপি দিব নোৱাৰে। এয়েই আছিল বাপুজীৰ পৰা পোৱা উত্তৰৰ সাৰাংশ।

এসপ্তাহ কি দুসপ্তাহ পিছত মই নিজে বাপুজীৰ ওচৰলৈ গ'লো। সেই সময়ত বাপুজী খাদীৰখাল নামে এখন গাঁৱত। তাতে ধ্বংসপ্ৰাপ্ত গাঁও এখনৰ মাজত সতীশ বাবুও আছিল। পণ্ডিত জৱাহৰলাল নেহৰু আৰু কংগ্ৰেছ সভাপতি আচাৰ্য জে বি কৃপালনীও সেই সময়ত তাতে আছিল। ঠক্কৰ বাপাৰ সেই সময়ত অসুখ আৰু বাপুজীক মই লগ ধৰা ঘৰটোৰ কোনো এটাত ঠক্কৰ বাপাও আছিল। মোক দেখা পাই তেওঁ বৰ সন্তোষ পালে। তেওঁ মোক ক'লে যে এই বিষয়ে তেওঁৰ যি ক'বলগীয়া আছিল তাক আগতেই কৈছে আৰু মই ইমান কষ্ট কৰি তালৈ যোৱাৰ কোনো সকাম নাছিল। তাৰ পিছত কথাৰ চলতে তেওঁ মোক সুধিলে যে কেনেকৈ এই চিঠিখন প্ৰকাশ হ'বলৈ পালে? লগে লগে তেওঁ হাঁহি হাঁহি হিন্দুস্তানীত ক'লে— "মই ভিতৰুৱাকৈ লিখা চিঠি এখন প্ৰকাশ কৰা নকৰাটো কথা নহয়, কিন্তু তাত কেইটামান অশোভনীয় কথাৰ উল্লেখ আছিল। তাক প্ৰকাশ কৰাটো কোনোপধ্যেই উচিত নহয়।" এই কাম কোনে কৰিছে তাক মই ক'ব নোৱাৰোঁ বুলি ক'লো আৰু ক'লো যে— চিঠিখনৰ

প্ৰকাশৰ ফালৰ পৰা চালে চৌমোহিনীৰ পৰাই এই চিঠিখন গৈছে বুলি ধাৰণা হয়। ঠিক সেই সময়তে কিবা এটা প্ৰস্তাৱৰ পাণ্ডুলিপি এটা লৈ পণ্ডিতজী তাত উপস্থিত হয়। এই পাণ্ডুলিপি সমষ্টি প্ৰস্তাৱ সম্বন্ধীয় নাছিল বুলি মই নাজানো। মই বুজাই ক'লো যে বাপুক 'কেনভাছ' কৰিবৰ কাৰণেই মই তালৈ গৈছিলো। এই কথা শুনি বাপুজীয়ে বৰকৈ হাঁহিবলৈ ধৰিলে। তাৰ ক্ষন্তেক পিছতে মই তাৰ পৰা উভতিলো। ঘূৰি আহি সেইদিনা প্ৰায় ৯ মাইলমান খোজ কাঢ়িলো। মোৰ ভালদৰে মনত আছে যে সেইদিনা মোৰ লগত শ্ৰীবৈদ্যনাথ মুখাৰ্জীও আছিল। সেইদিনা মোৰ কেনে ভাগৰ লাগিছিল তাকো আজি মোৰ মনত পৰিছে। কিন্তু যাবৰ আৰু ঘূৰি আহিবৰ সময়ত মই মাথোঁ এটি কথা ভাবিছিলো যে গান্ধীজীৰ অন্তৰতনো কি এনে অন্তৰ্নিহিত বল আছে যাৰ ফলত তেওঁ প্ৰায় সদায় কেবা মাইলো খোজকাঢ়ি ফুৰিব পাৰে?"

# ছয়

পূবপ্ৰান্ত অসমত ভাৰতৰ মুক্তি আন্দোলনৰ সময় এছোৱাত অসমত বিচক্ষণ ৰাজনৈতিক নেতা আছিল তিনিজন— কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈ। অসম ৰাজনীতিৰ এই ত্ৰিমূৰ্তি সিংহ পুৰুষৰ ত্যাগ, দেশ-প্ৰেম আৰু দেশ সেৱাই আজিও জনমানসত তেওঁলোকক কিম্বদন্তিত পৰিণত কৰিছে। কৰ্মবীৰৰ তেজস্বী অগ্নিময় ভাষণ, দেশভক্তৰ অতুলনীয় বাগ্মিতা আৰু লোকপ্ৰিয়ৰ নিঃস্বাৰ্থ দেশসেৱা তথা বলিষ্ঠ নিৰ্ভীক নেতৃত্বৰ কথা দেশবাসীয়ে কোনো দিন পাহৰিব নোৱাৰে।

লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে অসমৰ সংকটকাল এছোৱাত প্ৰাক্ স্বাধীনতাৰ আগমুহূৰ্তত যি নিৰ্ভীক নেতৃত্ব দি অসমক ৰক্ষা কৰিলে তাক ভাবিলে আচৰিত হ'ব লাগে। মহাত্মা গান্ধীৰ নৈতিক সমৰ্থন আৰু আশীৰ্বাদ লৈ বৰদলৈয়ে সমগ্ৰ কংগ্ৰেছ নেতৃবৃন্দৰ মতৰ বিৰুদ্ধে গৈ কেবিনেট মিছনৰ গ্ৰুপিং আঁচনিকে উৰুৱাই দিবলৈ সক্ষম হৈছিল। তাৰ গুৰিতেই আছিল তেওঁৰ স্ব-ব্যক্তিত্বসুলভ বিচক্ষণ নেতৃত্ব, দূৰদৰ্শিতা আৰু লগতে নিৰ্ভীকতা। নিঃস্বাৰ্থতাও সন্নিবিষ্ট কৰিব পাৰি।

লোকপ্ৰিয়ই অসমৰ বৃহত্তৰ স্বাৰ্থৰ লগত নিজকে বিলীন কৰি ৰাখিছিল। পিছত তেওঁ নিজক এনে এক স্থানত ৰাখিবলৈ সক্ষম হৈছিল যে দেশবাসীয়েও 'অসমেই বৰদলৈ আৰু বৰদলৈয়েই অসম' বুলি বিবেচিত কৰিছিল। সেয়েহে চৰ্দাৰ বল্লভ ভাই পেটেলেও স্বীকাৰ কৰিছিল— "বৰদলৈ অসমৰ ৰাজনৈতিক আৰু ৰাজ্যিক স্বাৰ্থৰ লগত এনেভাৱে জড়িত যে তেওঁক বাদ দি অসমৰ কথা ভাবিবকে নোৱাৰি। দেশৰ ঐক্য গঢ়ি তোলাই আছিল বৰদলৈৰ জীৱনৰ লক্ষ্য।"

প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱেও এই কথাকে কৈছিল— "আমাৰ সকলোৰে কাৰণে বিশেষকৈ অসমৰ স্বাধীনতা ৰণৰ এজন নিৰ্ভীক যুঁজাৰু আৰু সাহসৰ সৈতে মুখ্যমন্ত্ৰী হিচাবে অসমৰ বহু সমস্যাৰ সন্মুখীন হোৱা এজন মানুহক হেৰুৱাটো এটা ডাঙৰ ক্ষতি।"

ৰাষ্ট্ৰপতি ড° ৰাজেন্দ্ৰ প্ৰসাদেও কম কথা কোৱা নাছিল— "তেওঁৰ মৃত্যুৱে অসম আৰু ভাৰতৰ ৰাজহুৱা জীৱনত সহজে পূৰাব নোৱৰা এখন শূন্য ঠাই ৰাখি গ'ল।"

এই কথা এতিয়া সৰ্বজনস্বীকৃত— লোকপ্ৰিয় গোপীনাথ বৰদলৈয়েই আছিল আটাইতকৈ সুদক্ষ প্ৰশাসক, ৰাইজৰ আস্থাভাজন জনপ্ৰতিনিধি লগতে অবিসম্বাদী নেতা।

বৰদলৈ পাবত গজা নেতা নাছিল। তেওঁক ৰাইজেহে নেতা পাতি লৈছিল। অথচ তেওঁ কোনো দিন নেতৃত্বৰ প্ৰতিও অভিলাষী নাছিল।

১৯২১ চনৰ অসহযোগ আন্দোলনৰ পৰা মৃত্যুৰ আগমুহূৰ্তলৈকে অৰ্থাৎ ১৯৫০ চনৰ ৫ আগষ্টলৈকে বৰদলৈ কংগ্ৰেছৰ নীতি আৰু আদৰ্শৰ প্ৰতি আস্থাৱান ব্যক্তি আছিল। গান্ধীজীৰ একান্ত ভক্ত আৰু অনুগত শিষ্য আছিল। নিজে দৈনিক সূতা কাটি, ঘৰতে বোৱা আৰু ঘৰতে চিলোৱা বগা খদ্দৰৰ সাধাৰণ সাজ-পোছাক পিন্ধা ব্যক্তি। লাহ-বিলাহৰ চিন-ছাব নোহোৱা ব্যক্তি। অথচ এইজনা বৰদলৈয়েই ডেকাকালত আছিল চৌখিন, পৰিপাটি সাজ পৰিহিত লোক। সু-স্বাদু ভোজনৰ প্ৰতি আসক্ত।

খেল প্ৰিয়, সঙ্গীত প্ৰিয়, নাট্য-শিল্পী, সাহিত্যৰ প্ৰতিও অনুৰাগী বৰদলৈ এক কথাত ক'বলৈ হ'লে আছিল বহুগুণী-বহুমুখী প্ৰতিভাৰ আকৰ। ক্ৰিকেট খেলেই আছিল তেওঁৰ প্ৰিয় খেল। তেওঁ হাতত বেট তুলি ধৰিলে তীব্ৰ গতিৰে বল দিব পৰা ক্ৰিকেটাৰেও হাৰ মানিব লগা হৈছিল। বহু ক্ৰিকেট খেলৰ তেওঁ আছিল অপৰাজেয় বেটছ্‌মেন। অসমৰ সংসদীয় খেল পথাৰতো তেওঁ পাকৈত কেপ্তেইন আৰু বেটছ্‌মেনৰ পৰিচয় দিছিল। হেম বৰুৱাৰ ভাষাত— 'ক্ৰিকেটিয়াৰ ইন্ পলিটিক্স'। ৰাজনীতিৰ এইখন খেল পথাৰতো তেওঁ সুদক্ষ নেতা আৰু খেলুৱৈ আছিল। ইয়াৰ গুৰিতেই হ'ল তেওঁৰ খেলুৱৈসুলভ মনোবৃত্তি।

অথচ তেওঁ কোনো দিন নেতা হোৱাৰ সপোন দেখা নাছিল। জীৱিকা হিচাবে ল'ব খুজিছিল শিক্ষকতা— কলেজৰ অধ্যাপক তাকো কটন কলেজৰ। ভাগ্যৰ বিৰম্বনাত হ'ব লগা হ'ল উকীল। 'সঁচাক মিছা কৰা, মিছাক সঁচা কৰা' এই ব্যৱসায়েও তেওঁক ভালকৈ সুজা নাছিল। তথাপি তেওঁ ওকালতি ব্যৱসায়ত কম ধন ঘটা নাছিল। অৱশ্যে দেশভক্ত তৰুণৰাম ফুকন, যোগেন্দ্ৰনাথ বৰুৱা, জননেতা বিষ্ণুৰাম মেধিৰ দৰে তেওঁ সেই ব্যৱসায়ত আজলিয়ে আজলিয়ে ধন ঘটিব পৰা নাছিল। তেওঁৰ সেই ধন ঘটা মনোবৃত্তিও নাছিল।

একান্ত অনিচ্ছা সত্ত্বেও তেওঁ ১৯৩৭ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থীৰূপে প্ৰতিদ্বন্দ্বিতা কৰিব লগা হ'ল। সেই সময়ৰ কংগ্ৰেছ সভাপতি, প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ আছিল বিষ্ণুৰাম মেধি। মেধিয়ে নিৰ্বাচনত নানামিল। আন এজন অসমৰ প্ৰখ্যাত নেতা কুলধৰ চলিহায়ো কৰ্মবীৰৰ খালী হোৱা আসনত কেন্দ্ৰীয় বিধান সভালৈ যোৱাত তেৰোঁ প্ৰাদেশিক নিৰ্বাচনত উঠা নাছিল। এই দুজনা সৰ্বজনবিদিত বিখ্যাত কংগ্ৰেছ নেতাৰ অনুপস্থিতিত গোপীনাথ বৰদলৈয়েই অসম বিধান সভাত কংগ্ৰেছৰ ৩৩ জনীয়া বিৰোধী দলটোৰ নেতৃত্ব ল'ব লগা হ'ল— অপ্ৰত্যাশিতভাৱে। তেতিয়ালৈকে গোপী বৰদলৈক গুৱাহাটীৰ বাহিৰে প্ৰদেশখনৰ অন্য মানুহে তেওঁৰ নামেই শুনা

নাছিল। পিছে বৰদলৈয়ে নেতৃত্ব লৈয়েই বিৰোধী দলৰ নেতা হিচাপে অসম বিধান সভাৰ ভিতৰে-বাহিৰে যোগ্য নেতাৰ পৰিচয় দিয়াত তেওঁ কম দিনৰ ভিতৰতে প্ৰখ্যাত হৈ পৰিল— জনপ্ৰিয় হৈয়ো পৰিল।

১৯৩৮ চনত ছাদুল্লা মন্ত্ৰীসভাই পদত্যাগ কৰিবলৈ বাধ্য হোৱাত আৰু কংগ্ৰেছেও অসমত এখন কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা গঠন কৰিবলগা হোৱা পৰিস্থিতি এটা হোৱাত, বৰদলৈ প্ৰধানমন্ত্ৰী (এতিয়া মুখ্যমন্ত্ৰী) হ'ব লগা হ'ল। উল্লেখ কৰাৰ প্ৰয়োজন বিষ্ণুৰাম মেধিয়ে ১৯৩৮ চনত যোগেন বৰুৱাৰ মৃত্যু হোৱা খালী আসনত উপনিৰ্বাচনত জিকি বিধায়ক হোৱা সত্ত্বেও বৰদলৈহে মুখ্যমন্ত্ৰী হ'ল। তেওঁক নেতৃত্বৰ পৰা স্থানান্তৰ কৰা কথা উঠা নাছিল। কিয়নো ইতিমধ্যে বৰদলৈয়ে প্ৰকৃত নেতৃত্বৰ যোগ্য বুলি পৰিচয় দিবলৈ সমৰ্থ হ'ল। তথাপি গোপীনাথ বৰদলৈয়ে নিজে মুখ্যমন্ত্ৰী হোৱাতকৈ দেশভক্ত তৰুণৰাম ফুকনকহে সেই আসনত বহুৱাব খুজিছিল। দেশভক্ত ফুকনেও ক'লে— "গোপী, তুমিহে প্ৰধানমন্ত্ৰী হ'ব লাগে। মই হোৱা, তুমি হোৱা একে কথা।" এয়াই আছিল তেতিয়াৰ দিনত গুৰু-শিষ্যৰ সম্বন্ধ। দেশ সেৱা কৰাৰ মনোভাব থাকিলে মন্ত্ৰিত্বই আচল কথা নহয়। এতিয়া ৰাজনীতি আৰু তেতিয়াৰ ৰাজনীতিৰ মাজত পাৰ্থক্য সেইখিনিতেই। তেতিয়া আছিল ত্যাগৰ আৰু এতিয়া হ'ল ভোগৰ।

প্ৰথমবাৰ মুখ্যমন্ত্ৰী হৈ বৰদলৈয়ে তেওঁৰ মন্ত্ৰীসভাৰ সদস্যসকলৰ মাহিলি দৰমহা কমাই ৫০০ টকা কৰিলে। ঘৰ ভাড়াৰ নামত কেৱল মাত্ৰ ২০০ টকা অৰ্থাৎ মাহে মন্ত্ৰীয়ে পোৱা মাহিলি ৭০০ টকা মাত্ৰ আছিল। এতিয়া দৰমহা বাঢ়েহে— নকমে। তাৰোপৰি তেওঁৰ মন্ত্ৰীসভাখন আছিল সৰু আঠজনীয়া। পাঁচজন হিন্দু, তিনিজন মুছলমান। ইয়াৰ ভিতৰতে জনজাতীয়, অনুসূচিত আদিয়েও ঠাই পাইছিল। সকলো সম্প্ৰদায়ৰে সকলো শ্ৰেণীকে সুমুৱাই লোৱাৰ প্ৰয়োজনো নাছিল, আজিৰ দৰে অযথা দাবীও নাছিল। তেতিয়া মন্ত্ৰীৰ বিৰুদ্ধে দুৰ্নীতিৰ অভিযোগ নাভূত-নাশ্ৰুত। তেৰ মাহতকৈ বেছি চৈধ্য মাহতকৈ কম দিনৰ এই বৰদলৈ মন্ত্ৰী সভাই সীমিত শক্তিৰে জনহিতকৰ কামো কম কৰা নাছিল।

১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনত গোপীনাথ বৰদলৈয়ে আকৌ বিধায়ক হৈ মুখ্যমন্ত্ৰী হ'বলৈ ইচ্ছা কৰা নাছিল। পিছে কংগ্ৰেছ দলৰ বিশেষকৈ তেওঁৰ গুণ-মুগ্ধ বন্ধু-বৰ্গ-সহকৰ্মীৰ হেঁচাতেই পুনৰ দলনেতা তথা মুখ্যমন্ত্ৰী হ'বলৈ বাধ্য হয়। তেওঁৰ এইখন সম্পূৰ্ণ কংগ্ৰেছী মন্ত্ৰীসভাৰো কলেবৰ ডাঙৰ নাছিল। বৰদলৈয়ে নিৰ্বাচনৰ আগতে গুৱাহাটীৰ পৰা ২৪/১১/৪৫ তাৰিখে স্বৰ্গীয় কৃষ্ণ শৰ্মাদেৱলৈ (কৃষ্ণমামা বুলি জনাজাত) দিয়া চিঠিখনৰ একাংশ উদ্ধৃতিকে দিছোঁ— বৰদলৈৰ সেইসময়ৰ মনোভাব বুজিবলৈ।

"শ্ৰীযুত শৰ্মা ডাঙৰীয়া,

আপোনাৰ চিঠি পালো।...।

আপুনি এই সংকল্প ল'ব পৰাত মোৰ অন্তৰত আপুনি অনুকৰণীয় হৈ থাকিল। মই নিজে এই লেঠা এৰিবলৈ চেষ্টাত আছিলো; কিন্তু তাৰ কাৰণে চাৰিওফালে এনে হুলস্থুল এটা লাগি গ'ল যে বন্ধুসকলে মোক এই কামলৈ আগবাঢ়িবলৈ বাধ্য কৰিলে। মই এতিয়াও মনোনীত হৈছোঁ নে নাই খবৰ পোৱা নাই। কিন্তু নিশ্চিত যে মনোনয়ন কৰিবই আৰু লগে লগে মোৰ স্বাস্থ্য আৰু মানসিক আৰু আধ্যাত্মিক সম্পদ যি আছিল তাৰ ওৰ পৰিব। অথচ তথাপি যে এনে কামলৈ আগবাঢ়িব লাগে ই মনুষ্য জীৱনৰ বিপত্তি। সঁচাকৈয়ে মই আজি বলিশাললৈ আগবঢ়াই নিয়া পঠাৰ দৰে নিজকে ভাবি লৈছোঁ।

এই মনোনয়নৰ উদ্দেশ্য নিশ্চয় কিছু লোকৰ মনত অন্ততঃ মই নেতৃত্ব কৰা। আপুনিও মোৰ নেতৃত্বৰ সফলতা কামনা কৰিছে। কিন্তু ভিতৰুৱাকৈ ক'বলৈ হ'লে, এই কামটো কিমান টান হ'ব বুজিবই পাৰিছে। আমি আচল কংগ্ৰেছীসকলেই clean men হ'ব পৰা নাই, তাতে majority কৰিবলৈ গৈ স্বাভাৱিকতেই বাহিৰৰ পৰা অনেক অকংগ্ৰেছী লোক ল'বই লাগিব— কাৰণ general seat মাত্ৰ ৪৭ টা। এনে অৱস্থাত ভৱিষ্যতত কি আছে পৰমেশ্বৰেহে জানে। এনে এটা দায়িত্ব ল'বৰ সম্ভাৱনা পৰ্যন্ত নাথাকিব বুলিয়েই আগবাঢ়িবলৈ ইচ্ছা কৰা নাছিলো।

যি হওক, তেওঁৰ কাম তেওঁ কৰি লৈ যাব ইয়াকে ভাবিছোঁ। ইয়াত মানুহেহে কৃতিত্বৰ গৌৰৱ বা অকৃতকাৰ্যতাৰ বদনাম ৰোপণ কৰে। আমি কেৱল কৰ্তব্য সাধনৰ গৰাকী। ইয়াকে ভাবি মনৰ পৰা সকলো আঁসোৱাহ দূৰ কৰিবলৈ চেষ্টা কৰিছোঁ, কিন্তু শান্তি পোৱা নাই।"

ইতি

আপোনাৰ

শ্ৰীগোপীনাথ বৰদলৈ

এনে পৰিস্থিতি আৰু দ্বিধাগ্ৰস্তত পৰা লোকপ্ৰিয় বৰদলৈয়ে পুনৰ নেতৃত্বৰ দায়িত্ব যি বিচক্ষণতাৰে পালন কৰিলে সেইটোহে আশ্চৰ্যৰ বিষয়। মহাত্মা গান্ধীয়েও বৰদলৈক গ্ৰুপিঙৰ সংকট কালত সোঁৱৰাই দিছিল, "বৰদলৈ, তুমি নেতা। নেতাৰ দৰে কাম কৰা।" সঁচাকৈয়ে বৰদলৈয়েও নেতৃত্বসুলভ বীৰ নেতাৰ দৰেই কাম কৰিছিল।

ৰতনেহে ৰতন চিনে। দেশভক্ত তৰুণৰাম ফুকন নিজেই ৰতন আছিল। তেওঁ তেওঁৰ গোপীক চিনিছিল। তেৱেঁহে তেওঁক নেতা কৰিছিল। যেনে গুৰু, তেনে শিষ্য।

পিছে গুৰু ফুকনৰ শিষ্য বৰদলৈৰ গাত এটা গুণৰ অভাৱ পৰিলক্ষিত হয়। বৰদলৈয়ো যদি ফুকনৰ দৰে বাক্‌পটু হোৱা হেঁতেন নিশ্চয় সোণত সুৱগা চৰিলহেঁতেন।

বৰগছৰ তলত হেনো অন্য গছ নগজে। বৰদলৈ নিজে নেতা হোৱা সত্ত্বেও তেওঁ আন এচাম নেতা গঢ়ি তুলিবলৈ চেষ্টাও কৰিছিল। বিমলা প্ৰসাদ চলিহা, মহেন্দ্ৰ মোহন চৌধুৰী, বিজয়চন্দ্ৰ ভাগৱতী আদি নেতাক বৰদলৈয়ে ওপৰলৈ উধাবলৈ সুযোগ-সুবিধা দিছিল। পিছে বৰদলৈয়ে ভৱিষ্যৎ অসমৰ মুখ্যমন্ত্ৰী হিচাপে যিজনৰ ওপৰত চকু ৰাখিছিল তেওঁ আছিল স্বৰ্গীয় সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁই। দূৰদৃষ্টিসম্পন্ন বৰদলৈয়ে অনুভৱ কৰিছিল বিভিন্ন জাতি-উপজাতিৰ সংমিশ্ৰণৰ ঐক্যভূমি অসমক ঐকতাৰ ডোলেৰে বান্ধি ৰাখিবলৈ হ'লে উচ্চবৰ্ণৰ হাততেই নেতৃত্বৰ ভাৰ থাকিলে নহ'ব।

কোৱা নিষ্প্ৰয়োজন সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁইদেৱ কেৱল সুদৰ্শন, মেধাৱী পুৰুষেই নাছিল, আছিল এজনা সুনিপুণ প্ৰতিভাশালী যোগ্য প্ৰশাসক। বৰদলৈ আৰু বুঢ়াগোহাঁই— এই দুয়োজনা যদি আৰু কিছুকাল জীয়াই থাকিলহেঁতেন নিশ্চয় অসম আজি খণ্ড খণ্ড সৰু সৰু ৰাজ্যত পৰিণত হ'ব লগাত নপৰিলহেঁতেন।

অসমীয়া জাতিটো গঢ়ি তুলিবলৈ বৰদলৈদেৱে যি অবদান দি গ'ল সি তুলনাৰ অতীত। অতুলনীয়। সেয়েহে বিৰোধী ৰাজনীতিতে সমগ্ৰ জীৱন কটোৱা গৌৰীশঙ্কৰ ভট্টাচাৰ্যদেৱৰ নিচিনা প্ৰবীণ ৰাজনীতিকেও স্বীকাৰ কৰিব লগা হৈছে— "এই কথা নিঃসন্দেহে ক'ব পাৰি যে অসমীয়া জাতিটো গঢ়ি তোলাৰ ক্ষেত্ৰত তেখেতৰ অৱদান মহাপুৰুষ শঙ্কৰদেৱৰ পিছতে।"

# সাত

## (ক)

লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়া বহুগুণী-বহুমুখী প্ৰতিভাৱান ক্ষণজন্মা পুৰুষ আছিল।

বৰদলৈ ল'ৰালি কালৰে পৰা খেল-ধেমালিত ৰাপ থকা বুলি সকলোৱেই জানে। পিছত তেওঁ গায়ক হিচাপেও জনাজাত হ'ল— বিশেষকৈ বৰগীত, ৰবীন্দ্ৰ সঙ্গীত গোৱাত। শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতিও তেওঁ আকৰ্ষিত হৈছিল। নাট্যশিল্পী হিচাপেও তেওঁ সুনাম অৰ্জন কৰিছিল। পিছত দেখা গ'ল তেওঁ সাহিত্যৰ প্ৰতিও অনুৰাগী আছিল। স্কুল-কলেজ বিশ্ববিদ্যালয়ৰ ছাত্ৰ হিচাপে তেওঁ কিবা সাহিত্যিক অৱদান দিছিলনে নাই এতিয়া সততে কোৱা টান। অন্ততঃ আমাৰ পক্ষে।

১৯৩৭ চনত গুৱাহাটীত অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন বহিছিল। সভাপতি আছিল পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া। সেই সাহিত্য সভাৰ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ বাবত আছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈ। তেওঁ তেতিয়া অসম বিধান সভাৰ নিৰ্বাচিত বিধায়ক আছিল। সেই সময়ত গুৱাহাটী চহৰত অতবোৰ নামজ্বলা সাহিত্যিক থকা সত্বেও বৰদলৈকহে সাহিত্য সভাৰ নিচিনা অনুষ্ঠান এটাৰ অভ্যৰ্থনা সমিতিৰ সভাপতি পাতিব লাগেনে? অৱশ্যে সেইটো বাবৰ বাবে সাহিত্যিক হ'বই লাগিব বুলি কোনো ধৰা বন্ধা নিয়ম নাই। বৰদলৈৰ গুণমুগ্ধ আৰু গুণগ্ৰাহী বন্ধু-বান্ধৱে তেওঁৰ মস্তিস্কত অঙ্কুৰিত হৈ থকা অথচ সাহিত্য প্ৰতিভা এদিনাখন বিকশিত হৈ উঠিব বুলি জানিয়েই তেওঁক সেই সন্মান যচা হৈছিল নেকি?

আমাৰ সৰ্বসাধাৰণ আৰু সাহিত্যৰ প্ৰতি ৰাপ থকা সকলৰ দৃষ্টিত বৰদলৈৰ সাহিত্য প্ৰতিভা ধৰা পৰে গোপীনাথ বৰদলৈয়ে লিখা প্ৰথম জীৱনী— 'তৰুণৰাম ফুকন' গ্ৰন্থখনিত। সেইখনো আকৌ লিখোঁ বুলি লিখা কিতাপ নহয়। বৰদলৈক সেইখন লিখালে আকৌ তেতিয়াৰ 'আৱাহন'ৰ সম্পাদক ডাঃ দীননাথ শৰ্মাদেৱে। 'তৰুণৰাম ফুকন' গ্ৰন্থৰ ভূমিকাত বৰদলৈয়ে নিজেই কৈছে ঃ "আৱাহনৰ সম্পাদক শ্ৰীযুত দীননাথ শৰ্মা ডাঙৰীয়াৰ অনুৰোধক্ৰমে ফুকনৰ জীৱনী সম্বন্ধে এটি প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰোঁ। প্ৰবন্ধটি অতি চমু কৰিবৰ ইচ্ছা থকাতো লিখোঁতে বৰ্তমানৰ আকাৰ পালেহি। প্ৰবন্ধটো পিছত নিজে পঢ়ি চাই দেখিলো যে ফুকনৰ জীৱনৰ ঘটনাতকৈ মই তেখেতক যিভাৱে দেখিছিলো আৰু বুজিছিলো, তাৰহে বিৱৰণ বেছিকৈ দিয়া হৈছে; আৰু কলেবৰ

মাহেকীয়া প্ৰবন্ধৰ আকাৰ নহৈ পুস্তিকাৰ আকাৰত পৰিণত হৈছে। সেই কাৰণে ওপৰত দিয়া মতে এই পুস্তিকাৰ নামকৰণ কৰিলো।

ইয়াতে কোৱা উচিত যে আৱাহনৰ সম্পাদক ডাঙৰীয়াৰ উৎসাহ নাপালে মই অতখিনি কথা লিখিবলৈ ইচ্ছা বা সাহ নকৰিলোহেঁতেন।"

দেখা গ'ল গোপীনাথ বৰদলৈৰ সাহিত্য প্ৰতিভা বিকশিত হোৱাৰ গুৰিতেই স্বনামধন্য ডাঃ দীননাথ শৰ্মাদেৱৰ দৰে ব্যক্তিৰ উৎসাহ আৰু প্ৰেৰণা। অৱশ্যে এই কথাও ঠিক যে আমাৰ বেছি ভাগ সাহিত্যিকে হাতত কাপ-মৈলাম তুলি লয় কাকত-আলোচনীৰ সম্পাদক কিম্বা প্ৰকাশকৰ তাগিদাতহে।

বৰদলৈৰ প্ৰথম পুথি 'তৰুণৰাম ফুকন' প্ৰকাশ হোৱাৰ লগে লগেই প্ৰভূত সমাদৰ লাভ কৰিবলৈ সক্ষম হ'ল। ইয়াৰ কাৰণো নোহোৱা নহয়। দেশভক্ত ফুকন আছিল এজনা বৰ্ণাঢ্য ব্যক্তি- অসম ৰাজনীতিৰ তথা স্বাধীনতা আন্দোলনৰ এজনা সিংহ পুৰুষ। বৰদলৈয়ে প্ৰাঞ্জল ভাষাত এনে মনোমোহা ভাব-ভাষাৰে জীৱনীখন প্ৰাণ দি তেওঁৰ ৰাজ-গুৰুৰ বিষয়ে লিখিলে পঢ়ি আমনিতো নালাগেই বৰং পঢ়ুৱৈৰ মনো চুই যায়।

বৰদলৈয়ে যোৰহাট জে'লত বন্দী হৈ থাকোঁতে ১২-১১-৪০ তাৰিখে তেওঁৰ ডায়েৰিত এই কথা লিখিছে ঃ "অকল পঢ়া-শুনা কৰিয়েই যেন ভাল লগা নাই, অলপ কিবা লিখিবৰ মন গৈছে। সম্প্ৰতি মনলৈ এই কথা আহিছে। (১) ইংৰাজীত গান্ধীবাদ সম্বন্ধে লিখিবলৈ, (২) কিছুমান জীৱনচৰিত লিখা যেনে শ্ৰীকৃষ্ণ, ৰামচন্দ্ৰ, বুদ্ধ, মহম্মদ, মহাত্মা গান্ধী এই কেইখন অসমীয়াত মোৰ ল'ৰালৈ চিঠি লিখাৰ দৰে লিখিম, (৩) ইংৰাজীত অসমৰ সমস্যাসমূহ সম্বন্ধে লিখি ভাৰতৰ নেতাসকলক জনোৱা।"

বৰদলৈৰ এই দিনলিপিৰ পৰা স্পষ্ট হ'ল যে তেওঁ সাহিত্যিক হৈ সুনাম অৰ্জন কৰাৰ উদ্দেশ্যে হাতত কলম তুলি লোৱা নাছিল। লৈছিল আৰু ল'ব খুজিছিল অসমৰ বৃহত্তৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখিহে। তাৰ ফলশ্ৰুতি ৰূপেই আমি বৰদলৈৰ এই কেইখন অমূল্য পুথি পাবলৈ সমৰ্থ হ'লো— (১) তৰুণৰাম ফুকন, (২) শ্ৰীৰামচন্দ্ৰ, (৩) বুদ্ধদেৱ, (৪) যীশুখৃষ্ট, (৫) হজৰত মহম্মদ, (৬) গান্ধীজী, (৭) অনাসক্তি যোগ (অনুবাদ)।

এই কেইখন পুথিৰ লগতে আমি বৰদলৈৰ 'ডায়েৰি'খনো এতিয়া যোগ দিব পৰা হৈছোঁ। ইয়াৰ উপৰি বৰদলৈয়ে লিখা চিঠিবোৰ একত্ৰিত কৰি প্ৰকাশ কৰিব পাৰিলে সেইখনো নিশ্চয় এখন মূল্যবান গ্ৰন্থ হ'ব।

লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ সাহিত্য-প্ৰতিভা সম্পৰ্কে কিঞ্চিৎ আভাস দিয়াৰ উদ্দেশ্য আগত ৰাখি দুজনা প্ৰখ্যাত লোকৰ— এজনা অসমৰ প্ৰতিথযশা সাহিত্যিক

অতুল চন্দ্ৰ হাজৰিকা আৰু আনজন ৰাজনীতিবিদ আব্দুল মতলিব মজুমদাৰদেৱৰ দুটা লেখা উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলো।

"সাহিত্য সৃষ্টি হয় প্ৰতিজন মানুহৰ অন্তৰ্নিহিত প্ৰতিভাৰ ভেটিত। চিন্তা-চৰ্চাৰ সাৰ-পানী পালে সাহিত্যৰ সোণোৱালী শইচ লহপহকৈ বাঢ়ি উঠে। এই সাহিত্য প্ৰতিভা কম বেছি পৰিমাণে সকলোৰে থাকে। গোপীনাথো যে এই সাহিত্য-প্ৰতিভাৰ অধিকাৰী আছিল সেই কথা নুই কৰিব নোৱাৰি।

সেই সময়ত গোপীনাথ চফল ডেকা। গুৱাহাটী শোধনাগাৰ তেতিয়া সঁচতো নাই, মচতো নাই। সেই ঠাইত আছিল "সন্তোষীয়া সৰল চহাৰ, বিনন্দীয়া প্ৰাণৰ পথাৰ।" তাতেই আছিল বোন্দা নামৰ এখন মিকিৰ গাঁও। সেই গাঁৱতে আছিল বিহগী কবি ৰঘুনাথ চৌধাৰীৰ খেতিৰ পাম ঘৰ। তাতেই আছিল 'কেতেকী'জনীৰ জন্মস্থান। ৰাজনীতিত সক্ৰিয়ভাৱে লেটি লোৱাৰ আগতে লোকপ্ৰিয়ই মাজে-সময়ে দেশভক্ত ফুকনৰ লগত আৰু কেতিয়াবা অকলে অৱসৰ বিনোদনৰ বাবে হাতত বন্দুকটো লৈ চিকাৰলৈ ওলাই গৈছিল। সেই সময়ৰে এদিন তেওঁ বোন্দাৰ হাবিত চিকাৰ কৰিবলৈ গৈছিল। সেইদিনা বৰদলৈ ডাঙৰীয়া চিকাৰ কৰি আহি কবিৰ পাম ঘৰত সোমালহি। কবি চৌধাৰী গুৱাহাটীলৈ অহাত বৰদলৈয়ে তেওঁক লগ নাপালে। ক্ষন্তেক সময় তেওঁ চোতালত থিয় দি ৰ'ল। হঠাতে বিহগী কবিৰ কবি খেতিডৰালৈ চকু পৰাত তেওঁ একেবাৰে বিস্ময়াভূত হৈ পৰিল। কবিৰ খেতিৰ কাষলৈ এখন বেঞ্চি নিয়াই তাতে তেওঁ বহি ল'লে আৰু আধাঘণ্টামান সময় অপলকনেত্ৰে জক্‌মকাই থকা কবিবোৰ চাবলৈ ধৰিলে। চাই চাই তেওঁৰ যেন হেঁপাহ নপলোৱা হ'ল। অন্ধকাৰে সেই মনোৰম দৃশ্য ঢাকি পেলোৱাতহে তেওঁ মুখ আন্ধাৰি লগাৰ পিছত ঘৰলৈ উলটি আহিছিল।

পিছদিনা বিহগী কবিলৈ তেওঁ এখন চিঠি লিখি পঠিয়াই দিছিল এইদৰে 'প্ৰিয় চৌধাৰী। আগতে মই ভাবিছিলো আপুনি কবিতা লিখে। কালি আবেলি আপোনাৰ পামলৈ গৈ বুজিলো— আপুনি অকল কবিতাকে নিলিখে, কবিতা সৃষ্টিও কৰে। শাৰীয়ে শাৰীয়ে ৬।৭ হাজাৰ বন্ধা কবি, ফুল কবিৰ সৌন্দৰ্য, পুবে-পশ্চিমে হালধীয়া, ৰঙা, নীলা ফুলেৰে সুশোভিত চামে চামে মটৰ মাহ, বতাহত ঢৌ খেলি থকা সৰিয়হৰ ফুলৰ অনুপম ৰূপৰাশি মই বিমোহিত হৈ উপভোগ কৰিলো। খন্তেকৰ বাবে পাহৰি গৈছিলো মই ক'ত আছোঁ— ইন্দ্ৰৰ নন্দন কাননত নে মৰ্ত্যৰ কোনো দেৱাংগ ফুলনিত...।'

সাপেহে সাপৰ ঠেং দেখা পায়। গোপীনাথে ৰঘুনাথলৈ লিখা চিঠিৰ এই কথা কেইশাৰীতে তেওঁৰ অন্তৰ্নিহিত সুপ্ত কবি প্ৰতিভাৰ উমান পোৱা নাযায়নে বাৰু?"

(অতুল চন্দ্ৰ হাজৰিকা)

"পঞ্চাছৰ দশকৰ আগৰ কথা। তেতিয়াৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈৰ অসম

মন্ত্ৰীসভাত মই আছিলো কৃষিমন্ত্ৰী। আমাৰ ৰাজ্যত এটা কৃষি অনুষ্ঠান গঠন কৰা সম্পৰ্কে বিভিন্ন স্তৰত প্ৰায়েই আলোচনা হৈছিল। এই সম্পৰ্কে মই বৰদলৈৰ সৈতে কথা পাতিছিলো। এনে এটা অনুষ্ঠান স্থাপন কৰিবৰ বাবে সুবিধাজনক স্থান এডোখৰ বিচাৰি উলিয়াবলৈ তেওঁ আমাক কৈছিল। যোৰহাটেই কম-বেছি পৰিমাণে কেন্দ্ৰীয় স্থান হ'ব বুলি বিবেচনা কৰা হৈছিল। সেই সময়ত সামৰিক বাহিনীৰ কিছুমান ঘৰ খালী হৈ পৰি আছিল বাবে তাৰ কেইটামান ঘৰতে কৃষি অনুষ্ঠানটো পাতিবলৈ সুবিধাজনক হ'ব বুলি ভবা হৈছিল। বৰদলৈৰ সৈতে মই পুনৰ কথা পাতিছিলো। এই উদ্দেশ্যে এবাৰ যোৰহাটলৈ যাবৰ বাবে তেওঁ যো-জা কৰি পেলালে। চাৰিটা হাউছৰ পৰা সামৰিক বাহিনীৰ ঘৰ অভিমুখে যাওঁতে যোৰহাট কাৰাগাৰখন অতিক্ৰম কৰাৰ সময়ত বৰদলৈয়ে কৈছিল, 'এজন বন্ধুৰ সৈতে ইয়াত মই সুদীৰ্ঘ দুবছৰ কটাই গৈছোঁ।' তেওঁৰ এজন বন্ধু মানে যোৰহাটৰ শ্ৰীদেৱেশ্বৰ শৰ্মাৰ কথাকে তেওঁ কৈছিল নেকি, মোৰ ঠিক মনত পৰা নাই। আবেলি আমি সামৰিক বাহিনীৰ ঘৰ-দুৱাৰবোৰ পৰিদৰ্শন কৰিলো। বহুত ফালৰ পৰা চাই সেইবোৰৰ উপযুক্ততা ঠাৱৰ কৰিলো। গোটেই আবেলিটো আমি তাত কটালো। সূৰ্যাস্তৰ আগে আগে এটা ঘৰৰ চৌহদ আমি ঘূৰি-পকি চালো। চৌহদটো মুকলি আৰু আহল-বহল। মই তেওঁৰ কাষতে আছিলো। তেনেতে হঠাতে তেওঁ চিঞৰি উঠিছিল, 'এনেকুৱা এখন ঠাইতে মহম্মদে (দঃ) পোন প্ৰথমবাৰৰ বাবে আল্লাক হৃদয়ত ধাৰণ কৰিছিল।" তাৰ পিছত তেওঁ মোক কৈছিল যে মহম্মদ এজন ভেড়াৰখীয়া আছিল আৰু সেইবাবেই তেওঁ সাধনাত সিদ্ধি লাভ কৰাৰ আগতে মুকলি পথাৰ আৰু আকাশৰ সৌন্দৰ্য উপভোগ কৰিবলৈ প্ৰচুৰ সুযোগ পাইছিল।'

(মৌলবী আব্দুল মতলিব মজুমদাৰ)

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈ— অসম ৰাজনীতিৰ এই ত্ৰিমূৰ্তি সিংহপুৰুষ কেইজন অসমীয়া ভাষা-সাহিত্যৰো পূজাৰী আছিল বুলিলেও অত্যুক্তি কৰা নহয়।

লোকপ্ৰিয় বৰদলৈৰ ১৯৩৭ চনৰ অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ছপাকৰা ভাষণখন নেহেৰোৱা হ'লে সেইখন বহুমূলীয়া ভাষণ বুলি নিশ্চয় বিবেচিত হ'লহেঁতেন।

## (খ)

লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱ ৰাজনীতিৰ সিংহ পুৰুষ হ'লেও খেল-ধেমালিৰ প্ৰতিও তেওঁৰ ৰাপ আছিল প্ৰচুৰ। ফুটবল, ক্ৰিকেট, টেনিছ, বেড্‌মিণ্টন, ভলীবল- এই সকলোবোৰ খেল তেওঁ ডেকাকালত কেৱল খেলাই নহয়- আছিল সুনিপুণ খেলুৱৈ। স্কুল-কলেজত পঢ়ি থাকোঁতে তেওঁ বিশেষকৈ ক্ৰিকেট খেলুৱৈ হিচাপে পাৰ্গতালি দেখুৱাব পাৰিছিল। কটন কলেজ আৰু স্কটিচ চাৰ্চ কলেজত তেওঁ কলেজ টীমত লেখৰ ক্ৰিকেটিয়াৰ আছিল।

বৰদলৈদেৱে অসমৰ শাসনৰ বাঘজৰী ধৰি থকা অৱস্থাতো মুখ্যমন্ত্ৰী হৈ থাকোঁতেও ১৯৪৭ চনত গুৱাহাটীত এখন আমোদজনক প্ৰদৰ্শনীমূলক ক্ৰিকেট খেলত অংশগ্ৰহণ কৰিছিল। সেইখন খেল আছিল গভৰ্ণৰ একাদশ বনাম প্ৰধানমন্ত্ৰী একাদশ। সেই সময়ৰ অসমৰ গভৰ্ণৰ ছাৰ আকবৰ হাইদৰী আৰু প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈৰ নেতৃত্বত হোৱা ক্ৰিকেট খেলখন চাবলৈ জজ খেল পথাৰ দৰ্শকেৰে উপচি পৰিছিল। বৰদলৈয়ে ধুতী ডবল পোন্ধ মাৰি, বগা মোজা, বগা জোতা পিন্ধি তেওঁৰ একাদশক খেল পথাৰলৈ নমাই লৈ যোৱাৰ সময়ত সমূহ দৰ্শকে থিয় হৈ হাত চাপৰিৰে অভিবাদন জনাইছিল।

লোকপ্ৰিয়ৰ পৰম বন্ধু আৰু ডেকাকালৰ এজনা খেলৰ সঙ্গী প্ৰবোধ কুমাৰ লাহিড়ীদেৱে স্মৃতিচাৰণ প্ৰবন্ধ এটাত কৈছে ঃ "খেল-ধেমালিত গোপীনাথ বৰদলৈদেৱ আছিল স্তম্ভস্বৰূপ খেলুৱৈ। ক্ৰিকেট খেলতেই তেওঁৰ ৰাপ্ আছিল বেছি— এজন stylish batsman and a tricky bowler. ঠিকমতে পৰিপাটিকৈ সাজপাৰ পিন্ধি, মুখত এটা মিচিকিয়া হাঁহিৰে বৰদলৈয়ে খেল পথাৰত নামি সকলোকে অনুপ্ৰেৰণাও যোগাব পাৰিছিল। তেওঁৰ বয়স যেতিয়া ১১ আৰু মোৰ ৯ বছৰ— তেতিয়াৰ পৰাই তেওঁক জানিছিলো। সৰ্বগুণী খেলুৱৈৰ সকলোবোৰ গুণেই তেওঁৰ গাত দেখিছিলো।"

অসমৰ সকলোৰে পৰিচিত নাট্যকাৰ প্ৰবীণ ফুকনদেৱো এসময়ত ভাল ক্ৰিকেট খেলুৱৈ আছিল। ফুকনেও 'খেলুৱৈ বৰদলৈ' নামৰ ইংৰাজী প্ৰবন্ধ এটাত এনেদৰে লিখিছে ঃ "মই লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱক ক্ৰিকেট খেলৰ যোগেদিহে তেখেতৰ ওচৰ চাপিবলৈ সুযোগ পাইছিলো। সেই সময়ত তেখেত আছিল গুৱাহাটী মিউনিচিপেলিটিৰ চেয়াৰমেন আৰু বোধকৰোঁ ৪৫-৪৬ মান বয়সৰ হ'ব। আমি শুনিছিলো

তেখেত কলিকতাৰ স্কটিচ চাৰ্চ কলেজৰ ক্ৰিকেট টীমৰ ক্ৰিকেটিয়াৰো আছিল। মই তেখেতৰ লগত প্ৰায় তিনি বছৰমান খেলিছিলো আৰু যেতিয়া দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল তেতিয়াহে সকলো খেল-ধেমালি এৰিব লগাত পৰিল।

গোপীনাথ বৰদলৈ একাদশ আৰু প্ৰবোধ কুমাৰ লাহিড়ী একাদশৰ খেলখন মোৰ এতিয়াও মনত আছে। মোৰ বয়স তেতিয়া কুৰি বছৰমান হ'ব আৰু একেবাৰে পূৰা 'ফৰ্ম'ত আছিলো। সাধাৰণতে বেটছ্‌মেনে মোৰ তীব্ৰ বলৰ আক্ৰমণৰ কাৰণে ভীতিগ্ৰস্ত হৈ থাকে, কিন্তু বৰদলৈয়ে সেইদিনা এনে অসাধাৰণভাৱে খেলিছিল যে মই মুঠতে সেইদিনা তেওঁৰ উইকেটটো ল'বলৈ অসমৰ্থ হ'লো। তেখেঁতে মুকলিভাৱে নিৰ্ভয়ে খেলি উইকেটত যি থাকিলেই, ৮৭ ৰাণ কৰি অপৰাজেয় হৈ ৰ'বলৈয়ো সমৰ্থ হ'ল।"

গুৱাহাটী টাউন ক্লাব দলটো এবাৰ কোচবিহাৰলৈ গৈছিল প্ৰদৰ্শনীমূলক ক্ৰিকেট খেল এখন খেলিবলৈ। সেই দলটোৰ মেনেজাৰ হৈ গৈছিল বৰদলৈদেৱ নিজে। অধিনায়ক আছিল প্ৰবীণ ফুকন। দলটোত প্ৰবীণ খেলুৱৈ প্ৰবোধ কুমাৰ লাহিড়ীও আছিল। কোচবিহাৰৰ মহাৰজাই বৰদলৈদেৱক যথাযথ সন্মান প্ৰদৰ্শন কৰিছিল। বৰদলৈদেৱেও মহাৰজা আৰু যুৱৰাজক অসম ভ্ৰমণৰ কাৰণে আমন্ত্ৰণ কৰি আহিছিল।

১৯৪২ চনত বৰদলৈ যোৰহাট জে'লত থাকোঁতেও তেওঁ আবেলি বেলিকা এঘণ্টা সময় বেড্‌মিণ্টন খেলিছিল। সেই খেলৰ সঙ্গী আছিল সহবন্দী ফকৰুদ্দিন আলি আহমদ, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী আদি। কেতিয়াবা ভলী বলো খেলিছিল।

বৰদলৈৰ জীয়ৰী হেমলতা চাংকাকতীয়েও (পুনু) কৈছে ঃ "দেউতাই খেলা-ধূলা বৰ ভাল পাইছিল। দুপৰীয়া বন্ধৰ দিনত আমাৰ home work হৈ যোৱাৰ পিছত কেৰেম ব'ৰ্ডখন লৈ আমাৰ লগত খেলিছিল। কাৰ গুটি কোনটো গাঁতত কেনেকৈ সুমুৱাব লাগিব সেইটো শিকাইছিল। কোনোবা হাৰিলে বা কোনোবা জিকিলেও খুব আমোদ পাইছিল। দেউতাই খেলাৰ সময়ত মৰা সেই হাঁহিটো মোৰ চকুৰ আগত এতিয়াও ভাঁহি উঠে। দেউতাই খেলি যেনেকৈ ভাল পাইছিল তেনেকৈ আনক খেলায়ো ভাল পাইছিল। আমি স্কুলৰ পৰা অহাৰ পিছত খাই-বৈ জিৰণি লোৱাৰ অন্তত আমাৰ ওচৰ-চুবুৰীয়াৰ ল'ৰা-ছোৱালীবিলাকক মতাই আনি চকুত কাপোৰ বান্ধি টেকেলী ভঙা, লুকা-ভাকু, অলং-দলং, হাবুডুবু আদি খেলাইছিল।"

বৰদলৈয়ে নিজে খেলাতকৈ আন খেলুৱৈসকলকহে খেলোৱাই বেছি ভাল পাইছিল আৰু তেওঁলোকক বেছি মৰম-চেনেহ কৰিছিল। তেওঁৰ আদৰৰ খেলুৱৈ এজন আছিল প্ৰবীণ ফুকন। খেলৰ যোগেদিহে তেওঁলোকৰ মাজত প্ৰেম-প্ৰীতি গঢ়ি উঠিছিল। প্ৰবীণ ফুকনক বৰদলৈয়ে এখনি ভাল ক্ৰিকেট বেট্ উপহাৰ দিয়াৰ কথাটো ফুকনে

বোলে মৃত্যুৰ আগলৈকে শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছিল। বৰদলৈ এটা সময়ত প্ৰত্যেক খেলুৱৈৰ আছিল দাদা। দাদাৰ দৰদী সম্বোধন।

গোপীনাথ বৰদলৈ নিজে সুনিপুণ খেলুৱৈ হোৱা কাৰণে তেওঁৰ খেলুৱৈসুলভ মনোবৃত্তি এটাও গঢ়ি উঠিছিল। পিছত তেওঁ ৰাজনীতিতো খেলুৱৈসুলভ মনোবৃত্তিৰ পৰিচয় দিব পাৰিছিল। হেম বৰুৱাৰ ভাষাত ক'বলৈ হ'লে— গোপীনাথ বৰদলৈ আছিল— "ক্ৰিকেটিয়াৰ ইন্ পলিটিক্স" "Cricketer in Politics।"

প্ৰধানমন্ত্ৰী (পিছত মুখ্যমন্ত্ৰী) হৈ থাকোঁতেও বৰদলৈয়ে সেয়েহে বাতৰি কাকতখন পুৰা মেলিয়েই প্ৰথমতে খেল-ধেমালিৰ পৃষ্ঠাটোতহে চকু পেলাইছিল। এইটো ক্ৰীড়াপ্ৰেমীৰ লক্ষণ।

অসমৰ ক্ৰীড়া জগতলৈ আগবঢ়োৱা অবদানৰ বাবেই প্ৰতি বছৰে বৰদলৈদেৱৰ নামত গুৱাহাটীত 'বৰদলৈ ট্ৰফী' ফুটবল খেলাৰে তেওঁৰ স্মৃতিক জীয়াই ৰখাৰ প্ৰয়াস কৰা হৈছে। ভাৰতীয় ৰাজনীতিৰ অতি জনপ্ৰিয় প্ৰবাদপুৰুষ পণ্ডিত জৱাহৰলাল নেহৰুৰ নামত উচৰ্গিত গুৱাহাটীৰ নেহৰু ষ্টেডিয়াম খেলপথাৰত পূৰ্বাঞ্চলৰ সিংহপুৰুষ লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নামত অনুষ্ঠিত বৰদলৈ ট্ৰফী প্ৰতিযোগিতা। দুয়োটাই তাৎপৰ্যপূৰ্ণ নহয় জানো?

লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে কোনো ওস্তাদ কিম্বা সঙ্গীত শিক্ষকৰ পৰা সংগীত শিকা নাছিল। অথচ আনৰ পৰা শুনি শুনিয়েই শুদ্ধ তাল-মান ৰাখি গান গাব পাৰিছিল। কটন কলেজত পঢ়োঁতে তেওঁৰ লগৰীয়া বন্ধুৱে বশিষ্ঠাশ্ৰম, উৰ্বশী আদিলৈ নি তেওঁক গান গাবলৈ অনুৰোধ কৰিছিল। সেই সময়ত কটন কলেজত দুটা উৎসৱ সমাৰোহেৰে পালন কৰা হৈছিল ঃ জন্মাষ্টমী তিথি আৰু সৰস্বতী পূজা। বৰদলৈয়ে এই দুয়োটা পৰ্বতে গান গাব লগা হৈছিল বন্ধু-বান্ধৱৰ অনুৰোধত।

অতুল হাজৰিকাৰ 'স্মৃতিৰ পাপৰি'ত এনেদৰে আছে ঃ "লোকপ্ৰিয় বৰদলৈ সংগীত সাধক শশীকান্ত গোস্বামীৰ দৰে থিয়েটাৰ প্ৰেমী আৰু সংগীত প্ৰেমী আছিল। গোপীনাথেও বৰগীত গাইছিল, বেহেলা বজাইছিল আৰু গোস্বামীৰ দৰে শাস্ত্ৰীয় সংগীতৰ চমজদাৰ আছিল, শাস্ত্ৰীয় সংগীতৰ যোগেদি তেওঁলোকৰ বন্ধুত্ব গাঢ় হৈছিল। গুৱাহাটীৰ য'তে সংগীতৰ 'আছৰ' বহে, ডাঙৰ ওস্তাদ আহে, তালৈ শশী গোস্বামী যাবই যাব। এবাৰ তিলক দাসৰ ঘৰত অনুষ্ঠিত হ'বলগীয়া সংগীত আছৰলৈ যাব বুলি গোপীনাথে শশীকান্তলৈ আগতীয়া বতৰা দি পঠালে। ইয়াকো জনালে বোলে তেওঁ আছৰলৈ গোপীনাথ হৈহে যাব, মুখ্যমন্ত্ৰী হৈ নাযায়। কথাটো যেন গুপুতে ৰখা হয়। গোসাঁয়ে বতৰাটোৰ মৰ্ম বুজি সেইমতে কাম কৰিলে আৰু আনকি আছৰৰ মালিক তিলক দাসকো কোনো কথা জানিবলৈ নিদিলে। তেওঁ জানিছিল যে পুলিচৰ কুকুৰে চোৰৰ গোন্ধ পোৱাৰ দৰে বিশেষ এচাম মানুহে বহু দূৰৰ পৰাই মন্ত্ৰীৰ গোন্ধ পায়। সেইবোৰ মানুহে গাত বৰমাখিৰ দৰে লাগি থাকি মন্ত্ৰীক শান্তিৰে খাব-শুবলৈকো নিদিয়ে।

যি কি নহওক, আছৰ চলি থাকোঁতে, সাধাৰণ সাজেৰে (মূৰত গান্ধী টুপীটোও নোহোৱাকৈ) লোকপ্ৰিয় বৰদলৈ আহিল। তেওঁ সমজুৱাসকলৰ মাজত সোমাই লেপেটা কাঢ়ি দলিচাৰ ওপৰত বহিলগৈ। আছৰ শেষ হোৱাত তেওঁ উঠি গুচি গ'ল। মন্ত্ৰী যোৱা বুলি গোস্বামীৰ তৎপৰতাত কোনেও হৈ-চৈ কৰিবলৈ সুবিধাকে নাপালে।"

বৰদলৈয়ে ৰাতিপুৱা 'উঠৰে উঠ বাপু', 'তেজৰে কমলাপতি', 'উঠ জাগ মুছাফিৰ' আদি গীত গাই গাই তেওঁৰ ল'ৰা-ছোৱালী কেইটাক শুৱাপাটী এৰিবলৈ জগাইছিল।

কুমাৰ ভাস্কৰ নাট্য মন্দিৰ তথা কামৰূপ নাট্য সমিতিৰ তেওঁ এজন সৰবৰহী সক্ৰিয় সদস্য আছিল। আনকি তেওঁৱেই এই নাট্যানুষ্ঠানৰ পোন প্ৰথম প্ৰতিষ্ঠাপক সম্পাদকো আছিল। নাট্য মন্দিৰত আখৰাৰ সময়ত তেওঁ সদায় সময়মতে উপস্থিত

থকাটো তেওঁৰ এটি বিশেষ গুণ আছিল বুলি নাট্যকাৰ নাট্যশিল্পী লক্ষ্যধৰ চৌধুৰীদেৱেও উল্লেখ কৰিছে। আনকি তেওঁৰ পৰা অভিনেতাসকলে শিকিবলগীয়া কথাও আছিল।

লোকপ্ৰিয় বৰদলৈৰ অভিনয় প্ৰতিভা কেনে উচ্চ স্তৰৰ আছিল তাৰ এটা উদাহৰণ প্ৰবীণ ৰাজনীতিবিদ দেবেশ্বৰ শৰ্মাদেৱে দাঙি ধৰিছে ঃ "১৯১২ চনৰ কথা। মই কটন কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ। মই কলেজৰ ছাত্ৰাবাসতে থাকোঁ। জহকালিৰ দীঘলীয়া বন্ধৰ আগে আগে আমাৰ প্ৰথম আৰু তৃতীয় বাৰ্ষিকৰ ছাত্ৰই ছেক্সপিয়েৰৰ নাটক এখন (মোৰ যিমান দূৰ মনত পৰে— দি মাৰ্চেণ্ট অব ভেনিচ) আমাৰ ছাত্ৰাবাসতে অভিনয় কৰিবলৈ লোৱা হৈছিল। আমাক অভিনয় শিকাবলৈ এজন সুশ্ৰী-সৌম্য মূৰ্তিৰ ডেকা প্ৰায় প্ৰতি আবেলি আমাৰ ছাত্ৰাবাসলৈ আহে। আমি নাটকৰ আখৰা কৰোঁ আৰু তেখেতে আমি ভুল কৰিলেও কোনো বিৰক্তি প্ৰকাশ নকৰাকৈ আমাক সকলো ভাব-ভঙ্গী, অঙ্গ-প্ৰত্যঙ্গৰ সঞ্চালন পৰিপাটিকৈ শিকাই দিয়ে। প্ৰথম দিনা যেতিয়া তেখেত আহিল মই এজন লগৰীয়া ছাত্ৰক সুধিলো— "এখেত কোন?" তেওঁ মোক কাণে কাণে ক'লে— "এওঁ গোপীনাথ বৰদলৈ। কলিকতাত এম এ পঢ়িছিল, পৰীক্ষা দি ঘৰলৈ আহিছে আৰু গুৱাহাটীৰেই বাসিন্দা।" এয়ে মোৰ স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱৰ লগত প্ৰথম সাক্ষাৎ। মানুহজন যেনে সুশ্ৰী তেনে মধুৰ স্বভাৱৰ। এইদৰে আমাক প্ৰায় ২০/২৫ দিন আখৰা কৰাত তেখেতে সহায় কৰি দিলে আৰু তেতিয়াৰে পৰাই তেখেতৰ লগত মোৰ চিনা-পৰিচয় হয়।"

পুনৰ কোৱা নিষ্প্ৰয়োজন সেইখন নাটকতেই এণ্টনিওৰ ভাওটো দি বৰদলৈয়ে নিজেও সফল আৰু প্ৰতিভাৱান নাট্যশিল্পীৰ পৰিচয় দিবলৈ সক্ষম হৈছিল।

দেশে স্বাধীনতা লাভ কৰাৰ আগলৈকে গোপীনাথ বৰদলৈ আছিল খেলত আৰু মঞ্চত এজন নিয়মিত দৰ্শক। নাট্যকাৰ প্ৰবীণ ফুকন আছিল তেওঁৰ অতি প্ৰিয়— অশেষ মৰমৰ। ফুকনে যেতিয়া হাতৰ বেট্ এৰি তাৰ ঠাইত কলম উঠাই ল'লে নাটক লিখিবলৈ তেতিয়া বৰদলৈয়ে তেওঁক কথাৰে আৰু চিঠিৰে অনুপ্ৰেৰণা যোগাবলৈ ধৰিলে। সেয়ে শেষৰ ফালে বৰদলৈয়ে ফুকনলৈ বেটৰ পৰিবৰ্তে একোটি ফাউণ্টেন পেন উপহাৰ দিবলৈ লাগিল। প্ৰবীণ ফুকনৰ বিখ্যাত বুৰঞ্জীমূলক নাট— 'লাচিত বৰফুকন' তেওঁ অকল নিজে চাবলৈ নাহি ব্ৰিটিছ গুড্ উইল মিছনৰ দলটোকো কুমাৰ ভাস্কৰ নাট্য মন্দিৰলৈ লৈ আহিছিল। এই অভিনয় চাই বৰদলৈ বৰ অনুপ্ৰাণিত হৈছিল। বিলাতৰ পৰা মূল্যৱান ফাউণ্টেন পেন অনায়ো নাট্যকাৰ ফুকনক উপহাৰ দিছিল।

এই মঞ্চসফল নাট্যাভিনয়ৰ কথা যুগল দাস ডাঙৰীয়াই ভালকৈ বৰ্ণনা কৰি গৈছে— "প্ৰথম দৃশ্য আৰম্ভ হ'ল, কোনো কেৰোণ নোহোৱাকৈ পাৰ হ'ল। আঁৰ কাপোৰ পৰিল। এনেতে কোনোবা এজনে মোক ক'লে বোলে মুখ্যমন্ত্ৰী বৰদলৈদেৱে

মোক (যুগলক লগ পাবলৈ বিচাৰিছে) ৰজাৰ তলব না বোলে কোন সাহেবে? ভিজা মেকুৰীটো হৈ প্ৰেক্ষাগৃহ পালোঁগৈ। বৰদলৈ বহা চকীখনৰ পাছফালে থিয় হ'লো। "আপুনি বোলে মোক মাতি পঠিয়াইছে?" তেওঁ ক'লে, "ওচৰলৈ আহা।" মই কাণ এখন তেখেতৰ মুখৰ ওচৰত থ'লো। তেওঁ আনে নুশুনাকৈ মোক ক'লে— "থিয়েটাৰ বৰ ভাল হৈছেহে।" মই ধন্যবাদ জনাই পুনৰ মঞ্চত তাৰ পৰৱৰ্তী দৃশ্যৰ বাবে লাগি দিলো। এপাকত প্ৰবীণ ফুকনক জনালো বৰদলৈয়ে ভাল হৈছে বুলি কোৱা কথা।"

গোপীনাথ বৰদলৈৰ সহধৰ্মিণী সুৰবালা বৰদলৈয়ে কৈছে — "ছাত্ৰ অৱস্থাৰ কালছোৱাত গান-বাজনাত আগশাৰীত তেওঁৰ নাম আছিল। ক্লাছিকেল, ব্ৰহ্ম সংগীত, ৰবীন্দ্ৰ সংগীত গাবলৈ অৰ্গেন, বেহেলা আৰু এছৰাজ বজাবলৈ শিকিছিল। অসমীয়া বিহুগীততো তেখেত পটু আছিল। ছাত্ৰ জীৱনতে কলিকতীয়া ছাত্ৰ-বন্ধুৰ লগত থিয়েটাৰ কৰিছিল আৰু অসমীয়া বিহুগীতত সুখ্যাতি অৰ্জন কৰিব পাৰিছিল। হনুমানৰ পোছাক পিন্ধি গীত গাইছিল— "কলমৌ খাওঁতে বুঢ়া হনুমন্ত নগৰী কৰিলে চন ঐ গোবিন্দই ৰাম।"

## (ঘ)

লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়া ডেকাকালত সুদৰ্শন পুৰুষ আছিল বুলি তেওঁক দেখা মানুহে কৈছে। এতিয়া অসমৰ বয়োজ্যেষ্ঠ নেতা আৰু একালৰ বৰদলৈৰ ঘনিষ্ঠ ৰাজনৈতিক সহযোগী দেবেশ্বৰ শৰ্মায়ো অকুণ্ঠভাৱে স্বীকাৰ কৰিছে ঃ "মানুহজন যেনে সুশ্ৰী তেনে মধুৰ স্বভাৱৰ।"

গহীন-গম্ভীৰ, ধীৰ-স্থিৰ, হৃষ্ট-পুষ্ট, তেজ গোৰা ৰঙৰ বৰদলৈ ডাঙৰীয়া পিন্ধন-উৰণতো পৰিপাটি আছিল। কলেজীয়া অৱস্থাত তেওঁ পেণ্ট-ছাৰ্ট, জোতা-মোজা পিন্ধি তপ্‌তীয়াৰ হৈহে বাহিৰত ওলাইছিল। কংগ্ৰেছত যোগ দিয়াৰ পিছত বিশেষকৈ অসহযোগ আন্দোলনত যোগ দিয়াৰ পিছৰ পৰাহে বৰদলৈয়ে চাহাবী পোছাক পৰিধান ত্যাগ কৰি খদ্দৰৰ সাধাৰণ সাজ-পোছাক ল'লে। শিল্পী-সাহিত্যিক ভাস্কৰ যুগল দাসে বৰদলৈৰ এই কালৰ কথা কৈছে এনেদৰে ঃ "মানুহজন আছিল গায়ে-গাৰীয়ে হৃষ্ট-পুষ্ট লোক। পিন্ধা-উৰাত পৰিপাটি, মূৰৰ সেওঁতা ফালিছিল মাজেৰে। আমি দেখাত, তেখেতক দেখিছিলো গান্ধী টুপি সদায় মূৰত আৰু মেলে-মিটিঙে চেলেং কাপোৰখন ডিঙিত মেৰিয়াই লোৱা। ধুতীখন ডবল পোন্ধ মাৰি লোৱা। সদায় শুধ বগা খদ্দৰৰ সাজ-পাৰ আৰু ভৰিত বগা মোজা আৰু টেনিছ জোতা পিন্ধা সাজটোৱে তেওঁক তুলি ধৰিছিল।"

আমাৰ অসমৰ ৰাষ্ট্ৰীয় নেতাসকলৰ ভিতৰত দেশভক্ত তৰুণৰাম ফুকনেই আছিল আটাইতকৈ দেখনিয়াৰ, সুশ্ৰী, পৰিপাটিকৈ সাজ-পোছাক পিন্ধা লোক। লোকপ্ৰিয় বৰদলৈয়ে তেওঁৰ আদৰ্শ পুৰুষ দেশভক্তৰ সাজ-পোছাকৰ বিষয়ে কৈছে ঃ "মই ফুকন ডাঙৰীয়াক প্ৰথম ভালকৈ দেখা মনত পৰে ১৯০৬ চনত— গুৱাহাটীৰ পুৰণি কাৰ্জন হলৰ এটা ছোচিয়েল পাৰ্টিত। তেতিয়া তেখেত বিলাতৰ পৰা বেৰিষ্টাৰি পাছ কৰি আহিবৰ বেছিদিন হোৱা নাই। পৰমেশ্বৰে ফুকন ডাঙৰীয়াক তেখেতৰ উৎকৃষ্ট দান ৰূপ উপচি পৰাকৈ দিছিল। ফুকন ডাঙৰীয়ায়ো সুনিপুণ শিল্পীৰ দৰে এই দানৰ ওপৰত জেউতি চৰাবলৈ যি ৰহন আৰু চাতুৰি লাগে, তাত পৈণত আছিল। মনুষ্য মাত্ৰেই ৰূপৰ পূজাৰী। সেই কাৰণেই হ'বলা যেতিয়া ফুকন ডাঙৰীয়াই মূৰত ৰাজসিক ৰাজপুতী গুণাকৰা পাগুৰি, যোধপুৰী ব্ৰিছ আৰু ৰাইডিং কোট পিন্ধি সভাৰ আগত উপস্থিত হ'লহি, আমি মন্ত্ৰমুগ্ধ নহৈ থাকিব নোৱাৰিলো।... ইয়াৰ প্ৰায় চাৰি বছৰমানৰ পিছত আকৌ কলিকতাৰ লেডি জেন ডান্‌ভাছ হোষ্টেলত সেই প্ৰিয়মূৰ্তি দৰ্শন এইবাৰ কলিকতীয়া বাবুৰ সাজত পাটৰ পাঞ্জাৱী আৰু পাটৰ চাদৰেৰে। এই পোছাক পিন্ধাৰ

নিপুণতা আৰু তাৰ লগে লগে দেহৰ বিলাসে ফুকনক কোনো দিনেই নেৰিলে। মোৰ মনত আছে, তেখেত জে'লৰ পৰা ওলাই অহাৰ পিছত গেৰুৱা বসন পিন্ধি মোক জে'লত দেখা কৰে। এই গৈৰিক বসনৰ লগত তেখেতৰ ওলমি পৰা ডাড়ি আৰু চুলিয়ে এনে এটা অপূৰ্ব ঋষিতুল্য ৰূপৰ জেউতিৰ সৃষ্টি কৰিছিল যে প্ৰথমে মই কোনোবা সাধক বুলি ভুল কৰিছিলো। তেতিয়াও দেহ বিন্যাস তেনে পৰিপাটি আৰু তেনে সুনিপুণ খদ্দৰ আভৰণৰ এজন ঋষি। মই ডাঠি ক'ব পাৰোঁ যে তেওঁক ৰবি বৰ্মাৰ কল্পনাৰ ঋষিতকৈ অনেক গুণে মৌনী, বেছি তেজস্বী আৰু বেছি মূৰ্তিৱন্ত দেখা গৈছিল। বয়স ভাটী দিয়াৰ পৰা স্বৰ্গী হ'বৰ আগলৈকে ফুকনৰ পোঁছাকৰ ধুন-পেছ দেখি বহুতে তেখেতক দিনক দিনে ডেকাহে হৈ যোৱা বুলি কেতিয়াবা কেতিয়াবা ঠাট্টা কৰিছিল।"

গোপীনাথ বৰদলৈৰ ধুন-পেছ সিমানখিনি পোৱাগৈ নাছিল। গান্ধীভক্ত বৰদলৈৰ পিছৰ কালৰ সাজ-পোছাক দেখি এদিনাখন ফুকনে কৈছিল ঃ "তোমাক প্ৰথমে দেখোঁতে এজন smart well dressed youngman যেন লাগিছিল, কিন্তু তোমাৰ বৰ্তমান পোছাকৰ নমুনা দেখি তোমাক পূৰ্বৰ গোপী বৰদলৈ বুলি বিশ্বাস নহয়।"

অসম ৰাজনীতিৰ এই দুয়োজনা সুদৰ্শন পুৰুষে যেতিয়া বগা হাফ্‌পেণ্ট, বগা স্পৰ্টিং গেঞ্জী, ভৰিত বগা কেন্‌ভাছ শ্বো, বগা মোজা পিন্ধি হাতত টেনিছ ৰেকেট লৈ ইণ্ডিয়া ক্লাবৰ টেনিছ ক'ৰ্টত নামিছিল তেতিয়াই যদি কোনোবা কেমেৰামেনে এই যুগল মূৰ্তিৰ পোহৰ ছবি এখন ধৰি থ'লেহেঁতেন সি নিশ্চয় আপুৰুগীয়া সম্পদ এপদ হ'লহেঁতেন।

লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ ডেকাকালৰ ৰূপে-গুণে পোছাকে পিছে তেওঁক অস্বস্তিকৰ পৰিস্থিতিতো নেপেলোৱাকৈ থকা নাছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ কন্যাসন্তান আছিল মাত্ৰ এটি নলিনী বালা দেৱী। কৰ্মবীৰে নিজেই গোপীনাথক প্ৰস্তাৱ দিছিল জোঁৱাই ল'ৰা কৰাৰ উদ্দেশ্যে। গোপীনাথে সঁহাৰি নিদিয়াত দুয়োজন শ'লঠেকত পৰিল। বোধকৰোঁ সেইটো কাৰণেই দুয়ো ইজনে সিজনৰ পৰা কিছু দূৰত্বত অৱস্থান কৰিবলগা হৈছিল নেকি?

প্ৰিন্সিপেল জে বৰুৱা আছিল দেশভক্ত তৰুণৰাম ফুকন আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ বহু চিকাৰৰ সংগী। কোনোবা এবাৰ বৌমভোলা পুৰুষ জে বৰুৱাদেৱে দীপৰ বিলতে বৰদলৈক বিয়াৰ প্ৰস্তাৱ দিছিল— "গোপী, তুমি আমাৰ পৰিবাৰ লতিকাৰ ভনীয়েক কণিকাক বিয়া কৰাবা নেকি? কোৱা, তুমি যদি মান্তি হোৱা বহুত ধন দৌলত পাবা।" গোপীনাথ বৰদলৈয়ে ঘৰত আহি বায়েক শশীকলা দেৱীক কৈছিলহি— "বাইদেউ, মই কণিকাক বিয়া কৰাম নেকি? টকা-পইচা ঢেৰ পাম কিন্তু।"

আমাৰ কথাতে কয় নহয়— যাৰ কন্যা, তাৰ বিবাহ। গোপীনাথ বৰদলৈৰ বিয়া হ'ল— উত্তৰ গুৱাহাটীৰ ভূমিকান্ত বৰদলৈৰ একমাত্ৰ কন্যা সুৰবালা দেৱীৰ লগত। সেই বিবাহৰ স্মৃতি সোঁৱৰি সুৰবালা বৰদলৈয়ে নিজেই কৈছে ঃ "মোৰ ১৩ বছৰ বয়সত বিয়া হয়। তেতিয়া স্বামী স্বৰ্গীয় বৰদলৈ ডাঙৰীয়াৰ বয়স ২৮ বছৰ পূৰ হ'বলৈ এমাহ বাকী আছিল। আমাৰ বিবাহ তেতিয়াৰ দিনত বেছ ধুম-ধামকৈ যাত্ৰা পাৰ্টি, গান-বাজনা কৰি পাতিছিল।"

এই লেখাৰ সামৰণি মাৰিব খুজিছোঁ গোপীনাথ বৰদলৈৰ পূৰ্বৰ অৰ্থাৎ বিয়া কৰোৱাৰ আগৰ এক সংকল্প লৈহে লোকনায়ক অমিয় কুমাৰ দাসৰ লেখনিৰে— "১৯১২ চনত পূজাৰ বন্ধত বৰদলৈ তেজপুৰলৈ আহিছিল। তেওঁ তেওঁৰ সহপাঠী বন্ধু চন্দ্ৰনাথ শৰ্মাৰ (কলিবাৰী) ঘৰত আলহী আছিল। অসমৰ ব্ৰাহ্মণ সমাজত চলি থকা 'গৌৰীদান প্ৰথা'ৰ বিৰুদ্ধে মন্তব্য কৰি তেওঁ কৈছিল যে অসমৰ ব্ৰাহ্মণ সমাজ তিৰোতাৰ শিক্ষাৰ ক্ষেত্ৰত এইবাবেই পিছপৰি আছে। গুৱাহাটীত তেওঁলোকে এখন সমিতি পাতি প্ৰতিজ্ঞাপত্ৰ এখনত চহী কৰাইছিল। প্ৰতিজ্ঞাপত্ৰত এয়েই আছিল যে ১৬ বছৰৰ তলৰ ছোৱালী তেওঁলোকে বিয়া নকৰায়। প্ৰতিজ্ঞাপত্ৰত চহী কৰা বহুতেই সামাজিক হেঁচাত প্ৰতিজ্ঞা ৰাখিব নোৱাৰিলেও এই কথাষাৰে তেওঁলোকৰ সমাজ সংস্কাৰৰ প্ৰতি থকা আগ্ৰহৰ চিনাকি দিয়ে।"

শুনিছোঁ সেয়েহে গোপীনাথ বৰদলৈক 'বালিকা বধু' আনিলে বুলিও মানুহে সমালোচনা নকৰাকৈ নাছিল।

গোপীনাথ বৰদলৈয়ে দৰা সাজি গুৱাহাটীৰ পৰা উত্তৰ গুৱাহাটীলৈ কইনাৰ ঘৰলৈ গৈছিল কাছাৰী ঘাটৰ পৰা মটৰলাঞ্চেৰে। দৰা পাৰ্টিত কিমান মানুহ গৈছিল আৰু কোন কোন গৈছিল এতিয়া আৰু কোৱা টান হৈ পৰিছে। ন-কইনা ঘৰ গচকাবলৈ উভতি আহোঁতে লাঞ্চত মহেন্দ্ৰনাথ ডেকা ফুকনে সেয়েহে জোৰানাম এষাৰি লগাই গোপীনাথ বৰদলৈক জোকাইছিল—

"যি হ'বৰ হ'ল দাদা, যি হ'বৰ হ'ল
চিকণ কন্যা বিচাৰোঁতে দাড়ি পকি গ'ল।"

# আঠ

লোকপ্ৰিয় গোপীনাথ বৰদলৈ যে বিচক্ষণ নেতা আছিল তাত কোনো সন্দেহ নাই।

তেওঁৰ নিৰ্ভীক, নিঃস্বাৰ্থ নেতৃত্বৰ কথাও সৰ্বজনস্বীকৃত। ধীৰ-স্থিৰ, গহীন-গম্ভীৰ আনহাতে মেধাৱী বৰদলৈ আছিল অল্পভাষী। ৰাজনীতি কৰা মানুহ বিশেষকৈ ৰাজ্যশাসনৰ গুৰিয়ালজন অল্পভাষী মৃদুভাষী হোৱাটো এটা অতি মহৎ গুণ। সেই ফালৰ পৰাও বৰদলৈ আছিল অনন্য।

প্ৰতিভাশালী সৰ্বগুণী বহুমুখী মানুহ এজন ৰাজনৈতিক দল এটাৰ নেতা হোৱাটো বৰ ডাঙৰ কথা নহয়। ডাঙৰ কথা হ'ল তেওঁ সকলোৰে, সকলো শ্ৰেণীৰ মানুহৰ আস্থাভাজন আৰু বিশ্বাসযোগ্য লগতে নিৰ্ভৰশীল হ'ব পৰাটোহে। বৰদলৈ এইখিনি গুণেৰেও বিভূষিত আছিল।

প্ৰশ্ন হ'ল লোকপ্ৰিয় বৰদলৈ মানুহজন কেনে আছিল বাৰু? যেই কোনো মহৎ ব্যক্তিৰ সৰু সুৰা কথা বিলাকতো মহত্ত্বৰ চিন ফুটি উঠে। বৰদলৈ ডাঙৰীয়া সৎ আৰু ধাৰ্মিক ব্যক্তি আছিল। তেওঁৰ পত্নী সুৰবালা বৰদলৈয়ে কৈছেঃ "তেখেতে মন্দিৰলৈ গৈ মানুহক দেখুৱাই জপ-গায়ত্ৰী নকৰিছিল— কিন্তু ভগৱানৰ ওপৰত অতল বিশ্বাস ৰাখি সকলো কাম কৰিছিল। বৰদলৈয়ে সৎ-শিক্ষাৰ মাজেৰে জীৱন অতিবাহিত কৰিবলৈ নিজৰ ল'ৰা-ছোৱালীক শিকাইছিল। পুৱা চাৰে পাঁচ বজাত উঠি মুখ-হাত ধুই ঘৰত বৰগীত গোৱা, চাৰে ছয় বজাত গাখীৰ খাই লিখা-পঢ়া কৰা, চাৰে আঠ বজাত গা-পা ধুই ৯ বজাত স্কুললৈ যোৱা আদি কামৰ ৰুটিন কৰি দিছিল। সন্ধিয়া প্ৰাৰ্থনা কৰাটো বাধ্যতামূলক আছিল।"

"বৰদলৈ ডাঙৰীয়া দয়ালু হৃদয়ৰ পুৰুষ আছিল। পৰৰ দুখ-কষ্ট সহিব নোৱাৰিছিল। পাৰ্যমানে দুখ দূৰ কৰাৰ চেষ্টা কৰিছিল। এদিনাখন তেখেতে ক'ৰবাৰ পৰা আহি ঘৰৰ দুৱাৰমুখত এজন ভিক্ষাৰী বহি থকা দেখিলে। ইতিমধ্যে ঘৰৰ বাকীবোৰৰ খোৱা বোৱা হৈ গৈছিল। বৰদলৈয়ে নিজৰ ভাগৰ ভাতখিনিকেই ভিক্ষাৰীজনক খাবলৈ দি নিজে এসাঁজ লঘোণ দিলে। আন এদিনাখনৰ কথা। ডিচেম্বৰ মাহৰ জাৰকালি নিশা ন মান বজাত ঘৰলৈ আহোঁতে বাটত এজন দুখীয়া-নিচলা মানুহে কঁপি কঁপি থকা দেখিলে। বৰদলৈয়ে ভাবিলে 'মোৰ শৰীৰত গেঞ্জী আছে, কামিজ আছে আৰু লগতে

এৰী চাদৰ এখনো আছে। গতিকে এই মানুহজনক যদি এৰী চাদৰখন দি দিওঁ তেতিয়া হ'লে মানুহজনে ঠাণ্ডাৰপৰা সকাহ পাব। এইদৰে ভাবি মোৰ স্বামী বৰদলৈ ডাঙৰীয়াই নিজৰ গাত লৈ থকা এৰী চাদৰখন সেই জাৰত কঁপি থকা মানুহজনক দি দিলে। তেতিয়াহে যেন তেখেতৰ মনটোৱে শান্তি পাইছিল।" (সুৰবালা বৰদলৈ)।

বৰদলৈয়ে চিকাৰৰ বাবে দুজনী হাতী পুহিছিল। এজনীৰ নাম সুন্দৰ মালা, আনজনীৰ নাম মদন মালা। নগাঁৱত চিকাৰত নিলে মদনমালাক ভায়েক গণেশ বৰদলৈয়ে। মখন্দা এটাই মদনমালাক খুন্দিয়াই আধামৰা কৰিলে। নগাঁৱত পশু চিকিৎসা কৰিছিল যদিও তাই পিছে নাবাচিল— তাতে মৰিল। বৰদলৈয়ে দিল্লীৰ পৰা আহি গুৱাহাটীৰ ঘৰত ভাত খাবলৈ বহোঁতেই ভায়েকে সেই দুঃসংবাদটো দিলে। ভাত খাবলৈ বহিও বৰদলৈ উঠি আহিল মনৰ সন্তাপত। পিছবেলা শ্বিলঙলৈ ঘূৰি আহি পত্নী সুৰবালাক ক'লৈগৈ— "হেৰা, মোৰ আৰু বেছিদিন নাই। মদনমালা মৰিল। মোৰো যাবৰ হ'ল।"

সুন্দৰমালাৰ মাউত আছিল বিৰু মিকিৰ। বোন্দাত থাকে। এদিনাখন তাক টকা লগাত গণেশ বৰদলৈৰ কাষ চাপিল। হাতত টকা নথকাত বিৰুক টকা দিব নোৱাৰিলে। বিৰুয়ে সেই খঙতে মদৰ জালত হিতাহিত জ্ঞান হেৰুৱাই সুন্দৰমালাৰ নেজডালকে কাটি পেলালে। সেই কথা-কাণ্ড শুনি বৰদলৈয়ে মনত বৰ দুখ পালে। পিছত অনিচ্ছা সত্ত্বেও মৰমৰ হাতীজনী বেচি দিব লগা হ'ল। কিয়নো নেজখৰা হাতীজনী দেখিবলৈ অশুৱনি হ'ল।

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত বৰদলৈয়ে সক্ৰিয়ভাৱে যোগ দিব পৰা নাছিল। মহেন্দ্ৰ মোহন চৌধুৰী, ত্যাগবীৰ হেম বৰুৱা, অমিয় কুমাৰ দাস আদি কৰি কেইবাজনো কংগ্ৰেছ কৰ্মীয়ে কৰ্মবীৰ নবীন বৰদলৈৰ বাসভৱনৰ চৌহদত কেম্প কৰি বাহৰ পাতি আছিল। তেওঁলোকে দান-বৰঙণি তুলিহে দুবেলা দুমুঠি ভাতৰ যোগাৰ কৰিছিল। বৰদলৈয়ে তেওঁলোকক মাহে মাহে টকা-পইচা দি সহায় কৰিছিল। তেওঁলোকক যেতিয়াই মন যায় তেতিয়াই বৰদলৈয়ে দহ টকা ৰূপ উলিয়ায় দিছিল। এনেদৰে তেওঁলোকক টকা-পইচা দি সহায় কৰা আনজন নেতা আছিল যোগেন বৰুৱা। বৰুৱা ডাঙৰীয়ায়ো আন্দোলনত যোগ দিয়া নাছিল যদিও মাহে মাহে ধনবিত দিছিল। আন সময়তো টকা-পইচা বিচাৰিলেও টকা উলিয়াই দিছিল আনন্দ মনেৰে।

পাছত অসমৰ মুখ্যমন্ত্ৰী আৰু পঞ্জাবৰ ৰাজ্যপাল হোৱা অসমৰ কংগ্ৰেছৰ আগশাৰীৰ নেতা মহেন্দ্ৰ মোহন চৌধুৰীদেৱে নিজেই সেই দিনৰ কথা বিবৰি কৈ গৈছেঃ "১৯৩২ চনৰ আইন অমান্য আন্দোলনত যোগ দিয়াৰ অপৰাধত আমি জে'ললৈ গৈ তাৰ পৰা

ওলাই আহি খাবলৈ আৰু থাকিবলৈ ঠাই নাপাই অনাই বনাই ঘূৰি ফুৰিবলগীয়া হৈছিল। কাৰোবাৰ ঘৰ ভাড়া লৈ থাকিবলৈ ল'লেও দুই-চাৰিদিনতে পুলিচৰ তাৰণাত আমাক তাৰ পৰা উলিয়াই দিছিল। সেই সময়ত মই আৰু মোৰ বন্ধু শ্ৰী দেবেন্দ্ৰনাথ শৰ্মা প্ৰায় একেলগে আছিলো আৰু এই বিলাক অসুবিধাৰ দুয়ো সমভাগী হৈছিলো। ডাঃ কীৰ্তি বৰুৱা তেতিয়া কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ এটা ভগা খেৰৰ ঘৰত আছিল। তাতেই আমি খোৱা-বোৱা কৰিছিলো। আমাৰ খাবলৈ চাউল আদিৰ যোগান ধৰিছিল ভুবনেশ্বৰ কঁহাৰে। তেখেতে খুজি-মাগি চাউল আদি সংগ্ৰহ কৰি আমাক খুৱাইছিল। কিন্তু পইচাৰ বৰ অভাৱত বৰ কষ্টেৰে দিন যাপন কৰিবলগীয়া হৈছিল। আমাৰ অন্যতম বন্ধু গোলোকচন্দ্ৰ পাঠকে আমাৰ খোৱাৰ কাৰণে আৰু কংগ্ৰেছৰ কামৰ কাৰণে চান্দা আদায় কৰাৰ দায়িত্ব লৈছিল। মই আৰু শ্ৰীলক্ষীধৰ বৰাও মাজে মাজে তেওঁৰ লগত চান্দা সংগ্ৰহৰ কাৰণে গৈছিলো। বেছিকৈ চান্দা দিওঁতাসকলৰ ভিতৰত দুগৰাকী নেতাৰ এগৰাকী হ'ল যোগেন্দ্ৰ নাথ বৰুৱা উকীল আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈ। এই দুয়োগৰাকী নেতাই আমাক গ'লেই দহ টকাকৈ চান্দা দিছিল। এনেকুৱা চান্দাৰ পৰাই কংগ্ৰেছৰ কাম-কাজ আৰু আমাৰ খোৱা-লোৱা চলিছিল। বাকী চান্দা দিওঁতাসকলৰ নাম আজি মনত নপৰে। দুই-এটকা মাজে মাজে দিয়া লোকৰ সংখ্যাও বৰ তাকৰীয়া নাছিল। কিন্তু সেই সময়ত কংগ্ৰেছৰ বাবে দহ টকা চান্দা দিয়া লোক এই দুগৰাকী নেতাৰ বাহিৰে নাছিল আৰু যেতিয়াই তেতিয়াই এখেতসকলৰ পৰা সেইখিনি চান্দা পোৱা গৈছিল। লোকপ্ৰিয় বৰদলৈদেৱৰ লগত এই লৈয়ে আমাৰ পৰিচয়ৰ সূত্ৰপাত হৈছিল।"

লোকপ্ৰিয় বৰদলৈয়ে পইচাৰ অপব্যৱহাৰ নকৰিছিল। মুখ্যমন্ত্ৰী হৈ থাকোঁতে ৰাজধানী শ্বিলঙত এবাৰ প্ৰীতি ক্ৰিকেট খেল এখনৰ আয়োজন কৰিছিল— গভৰ্ণৰ একাদশ বনাম মুখ্যমন্ত্ৰী একাদশ। খেলৰ দিনাখন পুৱা চৰকাৰী কাৰ্যালয়লৈ যোৱাৰ আগতে ঘৰত থকা ব্যক্তি এজনক কাপোৰৰ টেনিছ জোতা এযোৰ আনিবলৈ পইচা দি গৈছিল। আবেলি খেলিবৰ সময়ত যেতিয়া জোতাযোৰ বিচাৰিলে তেতিয়া দাম কিমান পৰিল সুধিলে। ১১ টকা বুলি কোৱাত বৰদলৈয়ে কলে ঃ "মই বৰ ধনী মানুহ নহয়। ইমান দামী জোতা মই নিপিন্ধো। এইযোৱা ওভতাই দি কম দামৰ এযোৰ আনাগৈ!" পিছত সাতটকীয়া জোতা এযোৰ অনাত সেইযোৰ পিন্ধিহে খেলিবলৈ গৈছিল। মিতব্যয়ী হোৱাটো মানুহৰ এটা ডাঙৰ গুণ। বৰদলৈদেৱৰ সেই গুণো আছিল।

প্ৰধানমন্ত্ৰী-মুখ্যমন্ত্ৰী হৈ থকা কালত বৰদলৈৰ শ্বিলঙৰ চৰকাৰী বাসভৱনত আলহী-অতিথিৰ অভাৱ নাছিল। সীমিত পইচাৰে ঘৰ চলাবলৈ অসুবিধা পাই পত্নী সুৰবালা বৰদলৈয়ে অধিক ধন বিচাৰোঁতে কৈছিল— "তোমাক ঘৰ চলাবলৈ দিয়া সেই কেইটা

পইচাৰে ঘৰ চলাব পাৰিব লাগিব। মই আৰু ক'ৰ পৰা তোমাক পইচা দিম?" মুখ্যমন্ত্ৰীৰ পইচাৰ অভাৱৰ কথা মন কৰিবলগীয়া।

বৰদলৈদেৱে চৰকাৰী ভ্ৰমণত গ'লেও বাটত হাতে-বজাৰে সস্তা পালে শাক-পাচলি কিনি আনিছিল। কামৰূপৰ হাত-বজাৰত শিঙিমাৰীৰ বৰ বেঙেনা এতিয়াও বিখ্যাত। কোনোবা এবাৰ মুখ্যমন্ত্ৰী বৰদলৈৰ লগত তেতিয়াৰ প্ৰচাৰ বিভাগৰ ডিৰেক্টৰ ঈশ্বৰ প্ৰসাদ চৌধুৰী আছিল। কামৰূপৰ বজাৰ এখনত গাড়ীখন ড্ৰাইভাৰক ৰখাবলৈ কৈ চৌধুৰীক ক'লে— "হেৰা ঈশ্বৰ, ইয়াত শিঙিমাৰীৰ বৰ বেঙেনা ওলাইছে। কিনো আহা।" দুয়ো পইচা দি বজাৰত সস্তীয়া বেঙেনা কিনিলে। মুখ্যমন্ত্ৰী বৰদলৈ ডাঙৰীয়াক চিনি পাই দোকানীয়ে বেঙেনাৰ দামকে ল'ব খোজা নাছিল। বৰদলৈয়ে ক'লে, — "মই এতিয়া মুখ্যমন্ত্ৰী হিচাপে তোমাৰ ওচৰলৈ অহা নাই। গ্ৰাহক হিচাপেহে আহিছোঁ। দাম নল'লে কিন্তু মই তোমাৰ বেঙেনা নিনিওঁ।" এই জনাই আছিল লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়া।

ঈশ্বৰ প্ৰসাদ চৌধুৰীদেৱে সেই সময়ৰ স্মৃতি সোঁৱৰণ কৰি আমাৰ আগত কৈছিল ঃ "বৰদলৈ ডাঙৰীয়াই চৰকাৰী ভ্ৰমণত ওলালেও আজিকালিৰ দৰে দলে-বলে, আগে-পিছে পাইলত কাৰ লৈ নগৈছিল। তেখেতৰ গা-ৰক্ষী একোছা গোফেৰে বিহাৰী সিং কেৱল ধুতী-পাঞ্জাবী পিন্ধি জৱাহৰ কোটটোৰ ভিতৰত পিষ্টলটো সুমুৱাই ড্ৰাইভাৰৰ কাষত বহি গৈছিল। হাঁহিমুখীয়া সেই বিহাৰী লোকজন বৰদলৈ ডাঙৰীয়াৰ বৰ প্ৰিয়পাত্ৰ আছিল। সেই গা-ৰক্ষী বিহাৰীজনৰো বৰদলৈৰ প্ৰতি অসীম শ্ৰদ্ধা-ভক্তি আছিল। বৰদলৈদেৱৰ গুণ-কীৰ্তনত তেওঁ পঞ্চমুখ আছিল। বৰদলৈদেৱে গাড়ী ৰখাই যেতিয়া হাট-বজাৰত সোমায়, প্ৰধানমন্ত্ৰী আহিছে বুলি ৰাইজৰ মাজত হুৱাদুৱা লাগে। লগে লগেই বৰদলৈ ডাঙৰীয়াক ৰাইজে থিতাতে লিখি দিয়া ৰাজহুৱা দৰ্খাস্ত-আবেদন পত্ৰ দিয়ে— "দেউতা, আমাৰ গাঁৱৰ পথটো ভাল কৰি দিব লাগে ; আমাৰ গাঁৱত স্কুল নাই, ল'ৰাবোৰ মূৰ্খ হৈ আছে, স্কুল এখন পাতি দিব লাগে।" বৰদলৈ ডাঙৰীয়ায়ো সেই দৰ্খাস্তবোৰ চহী কৰি বিহিত ব্যৱস্থাৰ বাবে চেষ্টা কৰিব বুলি ৰাইজক আশ্বাস দি ব্যক্তিগত সচিবৰ হাতত দি বিদায় লয়। ৰাইজেও আশীৰ্বাদ দি বিদায় দিয়ে।" সেই জনাই আছিল প্ৰধানমন্ত্ৰী লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়া। ৰাইজৰ প্ৰিয়, লোকপ্ৰিয়।

১৯৪২ চনৰ গণ আন্দোলনত বৰদলৈ যোৰহাট জে'লত আটক-বন্দী হৈ থাকোঁতে কমলা মিৰিক সূতা কাটিবলৈয়ো শিকাইছিল। এটি যঁতৰো সংগ্ৰহ কৰি দিছিল। আনকি নিৰক্ষৰ কমলা মিৰিক লিখা-পঢ়াও শিকাইছিল। কমলা মিৰিয়েও বৰদলৈক এটা মোনা উপহাৰ দিছিল। সেই মোনাতে বৰদলৈদেৱে গান্ধীজীয়ে উপহাৰ দিয়া গীতাখন ভৰাই ৰাখি লগত লৈ ফুৰিছিল। পিছে কোনোবা এবাৰ ৰেলেৰে দিল্লীৰ পৰা আহোঁতে

বাটতে সেই মোনা আৰু গীতাখন হেৰাল। বৰদলৈয়ে সেই অমূল্য সম্পদ উপহাৰ দুটা হেৰুৱাই বহুদিনলৈ অনুতাপ কৰি আছিল।

লোকপ্ৰিয় বৰদলৈয়ে প্ৰধানমন্ত্ৰী-মুখ্যমন্ত্ৰী হৈ থকা কালত চৰকাৰী গাড়ী এখন পাইছিল। পিছে তেখেতে সেই গাড়ী চৰকাৰী ভ্ৰমণতহে ব্যৱহাৰ কৰিছিল। ঘৰৰ ল'ৰা-তিৰোতাক সেই গাড়ী বজাৰ-সমাৰ কিম্বা গা ঘেলাই ঘুৰি ফুৰিবলৈ দিয়া নাছিল।

লোকপ্ৰিয় বৰদলৈ কেনে প্ৰকৃতিৰ লোক আছিল সেই কথা তেখেতৰ নুমলীয়া জীয়ৰী ডঃ লিলি মজিন্দাৰ বৰুৱাই লিখিছে ঃ "দেউতাই বাহ্যিক জাক-জমকতা একেবাৰে ভাল নাপাইছিল। মুখ্যমন্ত্ৰী হৈ থকা অৱস্থাটো তেওঁৰ আৰ্থিক স্বচ্ছলতা নাছিল। কিয়নো তেওঁ পোৱা মাহেকীয়া বানচখিনিৰ পৰা কিছু ৰাজহুৱা ভঁৰালৰ বাবে জমা থৈ গৈছিল। ঘৰ চলাবলৈ টান পাই মা বৰ অসুবিধাত পৰিছিল। তেওঁ কম পইচাৰে মিতব্যয়ী হিচাপে ঘৰ চলোৱাটো বিছাৰিছিল। ঘৰুৱা খৰচৰ হিচাপ-পত্ৰৰ বিষয় লৈ মা আৰু দেউতাৰ মাজত প্ৰায়ে তৰ্ক লাগিছিল।

বৰষুণৰ বতৰত কেতিয়াবা গাড়ীত উঠি স্কুললৈ যোৱাৰ কথা ক'লে কৈছিল, "ৰেইন কোট পিন্ধি যোৱা, চৰকাৰী গাড়ী ব্যৱহাৰ কৰা মই পচন্দ নকৰোঁ।" স্কুললৈ অনা-নিয়া কৰিবলৈ সদায় এজন মানুহ পঠিয়াইছিল, তথাপি গাড়ীৰে অনা-নিয়া নকৰিছিল।"

লোকপ্ৰিয় বৰদলৈয়ে ক্ষমতা লাভৰ বাবে হাবাথুৰি খাই ফুৰিব লগা হোৱা নাছিল। নিজা ব্যক্তিত্ব আৰু প্ৰতিভাৰ বলতেই ক্ষমতা আপোনা-আপুনি তেওঁৰ হাতলৈ আহিছিল। পিছে ক্ষমতাৰ প্ৰতি তেওঁৰ লোভ সমুলঞ্চে নাছিল। ক্ষমতাৰ অপ-ব্যৱহাৰ নকৰা নেতা হিচাপে গোপীনাথ বৰদলৈ বিবেচিত হৈছিল জনমানসত।

মিঃ হেইলী আছিল গ্ৰাম উন্নয়ন বিভাগৰ সচিব। যোৰহাটত গ্ৰাম উন্নয়ন বিষয়া নিয়োগৰ ফাইলটো মুখ্যমন্ত্ৰীক দিলে অনুমোদনৰ বাবে। প্ৰথম আছিল সৰ্বেশ্বৰ বৰদলৈ, দ্বিতীয় আছিল লক্ষেশ্বৰ বৰুৱা। মুখ্যমন্ত্ৰী বৰদলৈয়ে বৰুৱাক নিয়োগ কৰিবলৈ বিচৰাত মিঃ হেইলী আচৰিত হ'ল। মুখ্যমন্ত্ৰী বৰদলৈয়ে ক'লে— "সৰ্বেশ্বৰ বৰদলৈ দুটি সন্তানৰ বাপেকী— আনহাতে লক্ষেশ্বৰ বৰুৱাৰ ৯ টা ল'ৰা-ছোৱালী। সেই কাৰণে তেওঁকহে কামটো দিলো।"

পিছত অৱশ্যে মুখ্যমন্ত্ৰী বৰদলৈয়ে আচল কথাটো সচিবক জনালে। সৰ্বেশ্বৰ বৰদলৈ তেওঁৰ দূৰ সম্পৰ্কীয় ব্যক্তি। মানুহে সমালোচনা এটা কৰিবলৈ সুযোগ পাব স্বজনপ্ৰীতি আছে বুলি, সেয়েহে লক্ষেশ্বৰ বৰুৱাক কামটো দিলে।

সিদিনাখন সৰ্বেশ্বৰ বৰদলৈ ডাঙৰীয়াই আমাক সেই কথা কৈ লোকপ্ৰিয় বৰদলৈৰ বিষয়ে আৰু বহু কথা কৈছিল।

গান্ধীজীয়ে লোকপ্ৰিয় বৰদলৈক কৈছিল ঃ "মই তোমাক কওঁ যে যদি তুমি নেতা হোৱা, তুমি নেতা হিচাপেই কাম কৰিবা, কিন্তু মোৰ অনুগামী হিচাপে নহয়। আনৰ লগত আলোচনা কৰাৰ দৰে মোৰ লগত আলোচনা কৰি ঠিকেই কৰিছা। সৰ্বশেষত গোটেই পৃথিৱীখন তোমাৰ বিৰুদ্ধে গ'লেও তোমাৰ মনত যিটো শুদ্ধ যেন লাগে, তাকে কৰিব লাগিব। ইয়াকে সত্যাগ্ৰহ আৰু ইয়াকে নেতৃত্ব বুলি কয়।"

# গান্ধীজীলৈ শ্ৰদ্ধাঞ্জলি

গোপীনাথ বৰদলৈ

গান্ধীজীয়ে সত্তৰ বছৰ বয়স সম্পূৰ্ণ কৰিলে, তাৰে জন্মদিন পৰিছে আজি। তেওঁৰ এই অনুপম জীৱনৰ মহৎ গুণ আৰু গৌৰৱ সুঁৱৰি চোৱা অতি উত্তম ফলদায়ক হ'ব।

বিৰাট বিশ্ব-বিধ্বংসী ৰণৰ বেলিকা, এফালে যেনে ৰাজনৈতিক প্ৰবঞ্চনা আৰু কূটনৈতিক যন্ত্ৰজালৰ কাৰ্যকলাপ বৃদ্ধি পাইছে, ঠিক তেনে এক পৰিস্থিতিৰ বেলিকাই গান্ধীজীৰ সৰলতা আৰু পোনপটীয়া কাৰ্যপদ্ধতিয়ে চিন্তাশীল ৰাইজৰ মনোযোগ নিশ্চয় আকৰ্ষণ কৰিব। ওপৰত প্ৰথমে উল্লেখ কৰা পদ্ধতি অনুসৰণৰ পৰিণাম স্বৰূপেই পিছত উল্লেখ কৰি অহা পদ্ধতিৰ সত্য আৰু বাস্তৱ দিশে আকৰ্ষিত হ'বলৈ আমাক বাধ্য কৰিছে। এতিয়ালৈ দিনৌ এই কথা পৰিষ্কাৰ হৈ পৰিছেহি যে এখন দেশে আন এখন দেশক আৰু এটা জাতিয়ে আন এটা জাতিক বৈষয়িকভাৱে শোষণ কৰা সেই পুৰণি ব্যৱস্থাই দেশ আৰু জাতিসমূহৰ মাজত পাৰস্পৰিক সমতা ৰাখি বৰ্তি থাকিবলৈ বিচৰা নতুন ব্যৱস্থাক ঠাই এৰি দিবলৈ, আৰু লগতে; সবলে, কামে-কাজে, চিন্তাই-চৰ্চাই দুৰ্বলক বৈষয়িকভাৱে শোষণ কৰিবলৈ এৰিবলৈ বাধ্য হ'ব।

জাতি সংঘক (লীগ অব্ নেচন্‌ছ) পথ প্ৰদৰ্শোৱা এই আদৰ্শৰ মূল তত্ত্বটোৰ দিশৰ পৰাই ইয়াক লাভ কৰিব পৰাটো আৰু তেনে বিপদজনক পৰিস্থিতি উদ্ভৱ হোৱাৰ সময়ত দুৰ্বল মাতেৰে বাধা দিবলৈ চোৱাটো যে কিমান কঠিন কাম, সেই কথা অনায়াসেই বুজিব পৰা যায়। ৰুছিয়াই এটা নতুন দৰ্শনৰ সম্পৰীক্ষা চলাই আছে। তথাপি, বিশ্বত সুখ-শান্তিৰ এক নতুন যুগ প্ৰৱৰ্তন কৰিবলৈ আগবঢ়া এই ছোভিয়েট ৰুছিয়াৰ প্ৰতি বিশ্বৰ অতি কমসংখ্যক চিন্তাশীল লোকৰহে চকু পৰা দেখা যায়। যিয়েই নহওক লাগে, ৰুছিয়া চৰকাৰৰ সাম্প্ৰতিক কাৰ্যকলাপ কিছুমানে বহুতৰে মোহভংগ কৰিছে। তথাপি, ৰাজনৈতিক কৰ্মী হিচাপে আমি, বৰ্তমানে এই দেশে পোলেণ্ড আৰু অন্যান্য কিছুমান ঠাইৰ ক্ষেত্ৰত গ্ৰহণ কৰা কাৰ্যব্যৱস্থাৰ কটু সমালোচনা নেলাগে; বিশ্বৰ নতুন ব্যৱস্থাৰ সম্পৰ্কত ৰুছিয়াই গ্ৰহণ কৰা দৰ্শনক ভিত্তি স্বৰূপে ল'ব নোৱৰা বাবেই সম্ভৱতঃ এনে পৰিস্থিতিৰ উদ্ভৱ হ'ব পাৰে!

দেখ্‌দেখ্‌কৈ ওলাই পৰিছে যে আধুনিক ৰাষ্ট্ৰসমূহৰ অধিবাসীসকলৰ মনত হিংসা, শোষণ আৰু জাতিৰ প্ৰতি ঘৃণা আদি অমংগলীয়া ধ্যান-ধাৰণাৰ পূৰ্বাপৰ বিশ্বাসবোৰ

যে গুচা নাই, সেইবোৰেই এনে ব্যৰ্থতাৰ গুৰি কাৰণ। আমাৰ যিসকল ব্যক্তি তথা সমাজত যদি এইবোৰ নিতৌ চলি থাকিবলৈ হয়, তেন্তে আমি যে সেই 'আদিম অৱস্থা'তে ষ্টেট অৱ নেছাৰ আছোঁ, তাৰেই প্ৰমাণ হ'ব। কোনেও ভালকৈ বুজি পোৱা নাই যে ব্যক্তিক লৈ গঠিত এখন সমাজত, যিবোৰক অমংগল বুলি ধৰা হয়, 'ব্যক্তি-সৰ্বস্ব দলেৰে গঠিত' সমাজখনৰো সেই একেবোৰেই অমংগলৰ বিষয়। নিঃসন্দেহে সমাজে স্বীকাৰ কৰি লৈছে যে, যিকোনো এজনেই চুৰ কৰিব নেপায়, চুবুৰীয়াৰ সা-সম্পত্তি গ্ৰাস কৰিব নেলাগে আৰু ওচৰ চুবুৰীয়াৰ স্বাৰ্থ হানি হোৱা একো কাম কৰিব নেলাগে। কিন্তু বৰ্তমান ৰাষ্ট্ৰসমূহৰ মাজত যি হৈছে, তাৰ পৰা দেখা যায় যে চকুৰ সলনি চকু আৰু দাঁতৰ সলনি দাঁত কঢ়াৰ নীতি বাদেই, এটা বোমাৰ সলনি পাঁচোটা বোমাৰ ব্যৱহাৰহে চলিছে। যিকোনো ৰাষ্ট্ৰক শক্তিৰ দ্বাৰা তেওঁলোকৰ সা-সম্পদ আৰু বল-বিক্ৰমৰ পৰা বঞ্চিত কৰি ৰখা, কিম্বা কোনো মুক্তি-প্ৰয়াসী জাতিক সেনা-সেনানিৰ দাপেৰে দলিত কৰি ৰখা যে ভুল কথা, তাক ধৰিব পৰা নাই। আকৌ, কোনো এখন ৰাষ্ট্ৰই, ওচৰ চুবুৰীয়া কোনো এখন ৰাষ্ট্ৰৰ ভাল কাম কৰাৰ মন যেন থাকিবই নেলাগে, আৰু এনে এটা মনোভাব সৃষ্টিৰ কাৰণে যেন কোনো ক্ষমতা বা শক্তিৰ প্ৰয়োজন নাই. বৰং হত্যাকাণ্ড আৰু ধ্বংসলীলাৰ মাজেৰেই জীয়াই থাকিব লাগিব,— এইবোৰ ভুল কথা, এনেদৰে ভবা অনুচিত।

গান্ধীবাদী দৰ্শনে ইয়াৰ কিবা উত্তৰ দিয়েনে? জঞ্জল দিছে। সমস্যা যিমানেই কঠিন আৰু জৰুৰী নহওক লাগে, পৰিষ্কাৰ কথা যে ইয়াৰ আদৰ্শসমূহ অনুসৰণ কৰিবলৈ ল'লেই বিশ্বই সন্মুখীন হোৱা অমংগলজনক অৱস্থাৰ পৰা ই মুক্তি লভিবলৈ নিশ্চয় সমৰ্থ হ'বই। সৰু হওক কিম্বা ডাঙৰ হওক, বিশ্বৰ সকলো ৰাষ্ট্ৰৰে সমান অধিকাৰ থকাৰ দৰে মতৰ ওপৰত ভিত্তি কৰা 'ৰাষ্ট্ৰীয় বিবেক' (নেচনেল কনছায়েন্স) সকলো ৰাষ্ট্ৰৰে থাকিবই লাগিব। ঘটনা প্ৰৱাহ অনুসৰি, ইয়াক শাৰীৰিক শক্তিৰে লাভ কৰিব পৰা নাযায়। আৰু তেনে হ'বলৈ হ'লে ইয়াৰ অৰ্থ, অস্ত্ৰ-শস্ত্ৰাদিৰে শক্তিশালী ৰাষ্ট্ৰ প্ৰতিষ্ঠাৰ কথাহে সূচাব। এই মতৰ বিকাশ সাধনৰ বাবেই ইয়াৰ মূল উদ্দেশ্য হ'ব লাগিব নৈতিক। বিশ্বৰ প্ৰায় সকলো মহান ধৰ্ম প্ৰৱৰ্তকসকলৰ দৰে মহাত্মাজীয়ে শাৰীৰিক ভিত্তি ভূমিতকৈও উচ্চতাত এই নৈতিক বল ব্যক্তিৰ অন্তঃস্থলত উচিত ভাৱেই প্ৰোথিত কৰিছে। কিন্তু তেওঁৰ বাস্তৱ অভিজ্ঞতাই বিশ্বৰ সীমা চেৰাই তেওঁক বহুদূৰ পোৱাই গৈ! গতিকেই তেওঁ আঁচনি বহুত ল'ব লগীয়া হৈছিল, যিবিলাকৰ দ্বাৰা শোষণৰ মনোভাবৰ পৰা সকাহ পোৱাৰ উদ্দেশ্যে প্ৰয়োজনীয় ব্যক্তিত্বৰ বিকাশ সম্ভৱপৰ হৈছিল। ভাৰতবৰ্ষৰ প্ৰতিজন ব্যক্তি আৰু ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয়ত্ব তেওঁৰ কাৰণে উদ্বিগ্নৰ বিষয় হৈ পৰিছিল। কিন্তু ই এনে অৰ্থ নুবুজায় যে যিকোনো দেশৰ নৈসৰ্গিক অৱস্থা

আৰু সংস্কৃতিক সুজাকৈ তেওঁ প্ৰয়োগ কৰা আদৰ্শসমূহ যে আন দেশৰ বাবে উপযোগী নহয়। সেৱাগ্ৰামত, তেওঁ যদি ভাৰতবৰ্ষৰ স্বাধীনতাৰ কাৰণে অস্ত্ৰৰ উদ্ভাৱন কৰিব পাৰে, তেন্তে তেওঁ বৰ্তমানৰ ধ্বংসযজ্ঞ আৰু জঘন্য প্ৰবৃত্তিৰ পৰা বিশ্বক মুক্ত কৰাৰ উদ্দেশ্যে নৈতিক শক্তিৰো সৃষ্টি কৰিব পাৰিব।

সত্য আৰু অহিংসা শব্দ দুটাত প্ৰয়োজনীয় সৰলতা সোমাই আছে। আৰু ইইঁতৰ অভিধানিক অৰ্থও সহজে পাব পৰা হৈ আছে। কিন্তু পাব পৰা নেযায় আৰু পোৱা কঠিন হ'ব এই দুটাক বাস্তৱ জীৱনত প্ৰয়োগ কৰা ব্যক্তিহে। অহিংসা আৰু সত্যৰ প্ৰশিক্ষণ গ্ৰহণত ব্যক্তিৰ জীৱনত যিমান অধিক কষ্টকৰ, নৈতিকতাৰ ভিত্তিত 'ৰাষ্ট্ৰীয় বিবেক' সৃষ্টি কৰা তাতোকৈ অধিক কঠিন। জান্তৱ জীৱন এটাৰ পৰা উদ্ধাৰ হ'বলৈ আমাক এনে মত গঠনৰে প্ৰয়োজন হৈছে।

নিসন্দেহে স্বীকাৰ কৰিব লাগিব যে অন্যান্য বিষয়সমূহৰ উপৰি বৰ্তমানৰ য়ুৰোপীয় ৰাষ্ট্ৰসমূহত এনে মনোবৃত্তি বৰ্তি থকাৰ এটা বিষয় হ'ল য়ুৰোপত প্ৰচলিত অৰ্থনৈতিক ব্যৱস্থা। যন্ত্ৰাদিৰ প্ৰচলন থকা কিম্বা অধিকতৰ ৰূপে এই ক্ষেত্ৰত আগবঢ়া ৰাষ্ট্ৰসমূহে যন্ত্ৰাদিৰ প্ৰচলন নোহোৱা কিম্বা আপেক্ষিকভাৱে এই ক্ষেত্ৰত দুৰ্বল ৰাষ্ট্ৰসমূহক শোষণ চলাই থাকে, তেন্তে যাক 'ধনতন্ত্ৰ' বুলি কোৱা হয়, তেনে ব্যৱস্থাহে মূৰকত স্থাপিত হ'বগৈ। এই ব্যৱস্থাৰ গইনাতে ৰাষ্ট্ৰসমূহ ধনতন্ত্ৰবাদত সিজি পিছলৈ সাম্ৰাজ্যবাদৰ পোষকতা কৰেগৈ। কোনোজনৰ জীৱনৰ মানদণ্ড ইমান উচ্চস্তৰলৈ উঠে যে তাৰ বিষময় ফল স্বৰূপেই একোখন দেশত খাদ্যাভাৱত আকাল আৰু বস্ত্ৰহীন অৱস্থাই দেখা দিয়ে। কিন্তু যেতিয়া এই ৰাষ্ট্ৰবোৰৰ ধনতন্ত্ৰবাদীসকলে এই ধৰিত্ৰীৰ বুকুৰ তিনি চতুৰ্থাংশ জনসাধাৰণক তেনে এক বিষময় অৱস্থালৈ ঠেলি দিয়ে, তেতিয়া সেই আকালগ্ৰস্ত সকল কিবা শান্তিত থাকিব পাৰেনে? ইয়াৰ উত্তৰ দিছে বৰ্তমানৰ যুদ্ধই। তেনে পদ্ধতিবোৰ যে সহিব পৰা নেযায়, তাৰ কিছুমান প্ৰদৰ্শন হৈছে ৰুছিয়াত। কিন্তু যন্ত্ৰাদিৰে পৰিচালিত অৱস্থাত এনেকুৱা অমংগলেই দেখা দিয়ে। এওঁলোকেও, সাম্ৰাজ্যবাদ বিৰোধী দৰ্শন গ্ৰহণ কৰা সত্ত্বেও হয়তো সকাহ বিচাৰি গৈ সেই একেটা গাঁততেই সোমাইছেগৈ!

এটা নতুন অৰ্থনৈতিক ব্যৱস্থাৰ প্ৰৱৰ্তন কৰিবই লাগিব, তেতিয়াহে যিকোনো ধৰণৰ নিষ্পেষণৰ অন্ত পেলাব পৰা হ'ব পাৰে হয়তো। গতিকে মানুহৰ নৈতিক প্ৰবৃত্তিক এনেভাৱে গঢ় দিবলৈ চাব লাগিব যাতে তেওঁলোকৰ সমীপস্থসকলৰ সৈতে অপৱিত্ৰ প্ৰতিযোগিতা আৰু শোষণৰ পৰিৱৰ্তে সেৱাৰ ভাবহে সৃষ্টি হয় আৰু সমাজে তাৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰিব পাৰে। যন্ত্ৰাদিৰ ব্যৱস্থা পৰিহাৰ কৰা উচিত আৰু অন্ততঃ তাৰ পৰা উদ্ভৱ হোৱা অমংগল, যিমান পৰা যায় কমাবলৈ চোৱা উচিত। মানুহে পৰিশ্ৰম কৰি জীৱন-যাপন কৰিবলৈ চাব লাগে আৰু আহৰি সময়খিনিক চিন্তা-

চৰ্চাৰ উৎকৰ্ষ লাভৰ বাবে খটুৱাবলৈ চাব লাগে। তেতিয়াহে আচল শোষণহীন মনোবৃত্তি এটা গঢ়ি তুলিব পৰা যাব পাৰে, আৰু শোষণহীন আৰু অহিংস ৰাষ্ট্ৰীয় মনোভাব এটাৰ বাবে এনে এক পৰিবেশ সৃষ্টি হ'লেহে হয়তো তাৰ সুফলস্বৰূপে বিশ্বশান্তিৰ বিকাশ জাতিস্কাৰ হৈ পৰিব।

মহাত্মাজীয়ে তেওঁৰ গাঁৱৰ আৱাস-থলী সেৱাগ্ৰামত বিশ্বৰ জটিলতাৰ সমাধানৰ কাৰণে চেষ্টা চলাই আছে। বিশ্বৰ বিবেচনাশূন্য আৰু সন্দেহভঞ্জন কৰিব নোৱৰা ৰাষ্ট্ৰ সমূহলৈ তেওঁৰ মহান বাণীৰ মহান সত্যৰ পোহৰ বিলাব পৰাকৈ, আৰু বিশ্বৰ ৰাষ্ট্ৰ সমূহৰ মাজত শুভেচ্ছা-শুভাকাংক্ষাৰে এক নতুন শান্তিৰ ব্যৱস্থা প্ৰৱৰ্তন কৰিব পৰাকৈ ভগৱানে তেওঁক সুদীৰ্ঘ জীৱন দান কৰক।

*সৰলানুবাদ— মহেশ্বৰ চুতীয়া*

---

(গোপীনাথ বৰদলৈৰ এই লেখাটি গান্ধীজীৰ ৭০ তম জন্ম বাৰ্ষিকী উপলক্ষে গুৱাহাটীৰ 'আসাম ত্ৰিবিউন'ত প্ৰকাশিত হৈছিল।)

# বন্তি নুমাল

গোপীনাথ বৰদলৈ

আজি বছৰৰ শেষৰ দিনত ইয়াৰ কেইমিনিটমানৰ আগতে তেওঁৰ পাৰ্থিৱ অৱস্থিতি ত্যাগ কৰি আমাৰ প্ৰিয় বাপুৱে আমাৰ মাজলৈ কেতিয়াও ঘূৰি নাহিবলৈ অমৰ সকলৰ মাজলৈ গ'লগৈ। ভাৰতৰ ডাঙৰ ডাঙৰ ভাবুকসকলে পৃথিৱীৰ বাহিৰেও এটা চিন্তাৰ বিষয় হৈছিল সম্ভৱতঃ তেওঁ জীয়াই থকা অৱস্থাটো— পৃথিৱীত এইজন লোকে অত্যুচ্চ স্থান অধিকাৰ কৰাত আৰু তেওঁৰ জীৱন-মৰণৰ অসামঞ্জস্য ব্যক্তিত্ব আৰু মহান দৰ্শনৰ কাৰণে। সেই ক্ষেত্ৰত ভাব প্ৰকাশত মই অলপহে যোগ দিব পাৰোঁ? তত্ৰাচ ব্যক্তিগত হিচাপে তেওঁক সকলো মানৱতাৰ পৰা নিজৰ নেতা আৰু শিক্ষক বুলি ভাবিছিলো।

গান্ধী এজন ধৰ্ম প্ৰচাৰক। তেওঁ মহৎসকলৰ দৰে যাৰ বাহিৰা কাৰ্য-পদ্ধতি বিশেষ ঠাইত আবদ্ধ আছিল। তেওঁৰ তৎকালীন কাৰ্য আছিল দক্ষিণ আফ্ৰিকাত থকা ভাৰতীয়সকলৰ অশান্তি দূৰ কৰাটো আৰু তেওঁলোকৰ মাতৃভূমিৰ য'ৰ পৰা গৈ তেওঁলোকে কষ্ট ভোগ কৰিছিল। কিন্তু তেওঁ হাতত লোৱা উপায় আৰু প্ৰণালী তেওঁৰ মনোৰথ ফলৱতী কৰিবৰ কাৰণে আৰু তেওঁৰ দ্বাৰা লোৱা গঠনমূলক কাৰ্য যদিওবা ভাৰতীয় অৱস্থাতহে আবদ্ধ আছিল। প্ৰত্যেক মানৱৰ আগত স্বৰ্গীয় সত্য দাঙি ধৰি তেওঁ শিকাইছিল আৰু অভ্যাস কৰিছিল— যিটো গ্ৰহণ কৰিলে মানৱে শান্তি আৰু সুখ পাব পাৰে।

অতিশয় ভাবপ্ৰৱণ হেতুকে গান্ধীজীয়ে নিজেই ল'ৰাকালতে বিদেশীৰ শাসনৰ কাৰ্যৰ দোষ অনুসৰণ কৰিব পাৰিছিল; কিন্তু তেওঁ বিলাতত শিক্ষা সাং কৰি ভাৰতলৈ উভতি অহাৰ পিছত যি কালছোৱাত তেওঁ আধাত্মবিদ্যাৰ চৰ্চা কৰিছিল। অসাধাৰণ শক্তিৰে তেওঁ ততালিকে বৈদেশিক শাসনৰ দোষ উপলব্ধি কৰিব পাৰিছিল। দক্ষিণ আফ্ৰিকা, যি দেশলৈ তেওঁ কাৰ্যক্ষেত্ৰত পৰি যাব লগা হৈছিল তাৰ পৰা তেওঁ আনকি সকলো ধৰণৰ বৈদেশিক শাসনৰ দোষ জানিবলৈ পাইছিল। উদাহৰণস্বৰূপে শ্বেতবৰ্ণই আন বৰ্ণৰ মানুহবিলাকৰ ওপৰত কৰা শাসন আৰু সেই সময়ত তেওঁ ভাৰতলৈ ঘূৰি আহি সাম্ৰাজ্যবাদৰ দোষ উপলব্ধি কৰিব পাৰিছিল যি দোষ গোটেই জগততে বিশেষকৈ এছিয়াত বিয়পিছিল। এই ক্ষেত্ৰত বিশেষকৈ মোৰ কাৰণে এই প্ৰণালীৰ বুৰঞ্জী আৰু

ক্ৰমোন্নতি বৰ্ণনা কৰা উচিত নহ'ব। কিন্তু গান্ধীজীৰ বিশ্বাস পৰিস্ফুটভাৱে আছিল— পশ্চিমত মানুহক যান্ত্ৰিকভাৱে দাস কৰা— এই কথাই তেওঁক আঘাত কৰিছিল। অতিমাত্ৰা ক্ষমতাৰ গৰ্ব আৰু সম্পত্তি লাভ আৰু দুৰ্বল প্ৰজা আৰু মানুহৰ ওপৰত শাসন কৰিবলৈ ইচ্ছা প্ৰকাশৰ দ্বাৰা তেওঁলোকে দ্ৰুত লোভনীয় আৰু দয়াহীন হ'ব লগাত পৰিছিল। তেওঁ আগতে প্ৰথম মহাসমৰত জুইলগা ধ্বংসলীলা দেখিবলৈ পাইছিল। দৰ্শকৰ দৰে আগতে দেখা পাইছিল কেনেকৈ জগৎখন তিক্ততা আৰু ধ্বংসেৰে পূৰ্ণ হ'ব আৰু তাত শান্তি আৰু সুখৰ কাৰণে ঠাই নাথাকিব যেতিয়ালৈকে সেই যান্ত্ৰিক জাতিবিলাকৰ মাজত অপৰিসীম লোভ আৰু পৰক শাসনৰ কাৰণে ইচ্ছা থাকিব। ভাৰতত তেওঁ নিজেই উপলব্ধি কৰিব পাৰিছিল শাসিত জাতিবিলাকৰ ভিতৰত— যাক সভ্য বুলি ধৰা হৈছিল— তেওঁলোকে কেনেকৈ শাসনৰ জাতীয় শ্ৰেষ্ঠতাৰ ভাব লৈ মানৱদৈত্যত পৰিণত হৈছিল। তেওঁ সেই কাৰণে থিৰাং কৰিছিল যে এই লৌকিক প্ৰণালীৰ বিৰুদ্ধে যুদ্ধ কৰিব লাগিব যাতে পৃথিৱী আৰু ভাৰতবৰ্ষ শান্তিৰে থাকিব পাৰে।

কিন্তু গান্ধীজী আধুনিক জগতৰ এজন ধৰ্ম-প্ৰচাৰক— তেওঁ জগতত বেয়া শক্তিৰ কঠিন দৰ্শক হিচাপে নহয় নাইবা তেওঁৰ আগত স্পষ্ট কাৰ্যপদ্ধতি থকাৰ কাৰণেও নহয়। এই অন্ধকাৰময় শক্তিবিলাকৰ মাজত নিহিত বেয়া দোষৰ বিৰুদ্ধে যুঁজিবলৈ তেওঁৰ উপায় আৰু প্ৰণালী মানৱলৈ অৱদান। ইয়াত আকৌ তেওঁ ততালিকে এজন ব্যাখ্যাকাৰক, এজন শিক্ষক আৰু যুগমীয়া মতৰ অনুসৰণকাৰী, য'ত পৃথিৱীত জীৱৰ সৃষ্টি হৈছে, প্ৰতিপালিত হৈ আনন্দত আছে। দুহেজাৰ পাঁচশ বছৰৰ আগেয়ে ভাৰতত আন এজন ধৰ্ম-প্ৰচাৰকে প্ৰচাৰ কৰিছিল যে, সকলো ভাব, শব্দ আৰু কাৰ্যৰ মানসিক, নৈতিক আৰু শাৰীৰিক প্ৰতিক্ৰিয়া আছে। এটা বেয়া ভাব যদিওবা কোনেও নাজানে দৈহিক জগতত ইয়াৰ প্ৰতিক্ৰিয়া আছেই। গান্ধীজীয়ে অকল প্ৰচাৰ কৰাই নাছিল তেওঁ নিজে সাৰ্বজনীন সত্যতাত নিজে জীয়াই আছিল আৰু ইয়াৰ পৰিপূৰ্ণতা লাভ কৰি মৃত্যুক বৰণ কৰিছিল। হিংসা, হিংসাত পৰিণত হ'ব; কেৱল অহিংসাই প্ৰেম আৰু শান্তিৰ প্ৰতিক্ৰিয়া কৰিব। প্ৰেম, প্ৰেমত পৰিণত হ'ব আৰু ঘৃণা, ঘৃণাত পৰিণত হ'ব। সত্যৰ অন্বেষণত মানুহে নিজৰ স্বভাৱক ৰূপ দিব লাগে আৰু সেই অন্বেষণতে তেওঁ বাধা পাব, আৰু তেওঁলোকে অহিংসা নীতিৰে যুঁজিবলৈ সাজু হ'ব লাগিব। এইবিলাকেই তেওঁ অভ্যাস কৰা প্ৰণালী— যিবিলাক মানৱৰ আগত দাঙি ধৰিছিল। সমাজত সকলো দোষ দূৰীকৰণ কৰি জগতত এখন শান্তি আৰু আনন্দৰ ৰাজ্য স্থাপন কৰিবৰ কাৰণে। ভাৰতত তেওঁ হাতত লোৱা গঠনমূলক কাম জগতত শান্তিৰ প্ৰতিষ্ঠাৰ কাৰণেই। ই কি বুজাই তাকে কেইটামান কথাত আলোচনা কৰিবৰ কাৰণে উপযোগী

হ'ব। যদি শেষ সত্য ভগৱানেই হয় আৰু মানৱপ্ৰাণীবিলাক তেওঁৰ স্ৰজন হয় তেন্তে ধৰ্মৰ নামত লজ্জাহীন কাৰ্যৰ কাৰণে ঠাই ক'ত? হিন্দু, মুছলমান, খ্ৰিষ্টিয়ান, জৈন, নাইবা শিখ যিয়েই নহওক, বিভিন্ন ধৰ্মবিলাকে তেওঁক বেলেগ ৰূপে পূজা কৰে— উপায় মাত্ৰ বেলেগ। হিন্দুৱে যি ধৰণে ক'ব সি তেওঁক পাবৰ কাৰণে। সেইকাৰণে কি যুক্তি আছে যে, এটা ধৰ্ম আন এটা ধৰ্মতকৈ শ্ৰেষ্ঠ আৰু তাৰ বাবে আমাৰ মাজত মতভেদ আৰু সংঘৰ্ষ হ'ব পাৰে? সেই কাৰণেই তেওঁ প্ৰচাৰ কৰিছিল যে, সকলো ধৰ্ম সমান আৰু ভগৱানে সকলো সৃষ্টি কৰিছে। এই ৰাজ্যত যত সাম্প্ৰদায়িকতা বিৰাজমান হৈ আমাৰ চৰ্চা কৰিবৰ একান্ত কৰ্তব্য ধৰ্মৰ ভেদাভেদ নোহোৱাকৈ প্ৰেম আৰু ভ্ৰাতৃ-ভাব আমাৰ মাজত পোষণ কৰা কৰ্তব্য। পৃথিৱীখন থাকিবৰ কাৰণে সঁচাকৈয়ে ভাল ঠাই হ'ব যদি আমি এই ধৰ্ম উপলব্ধি কৰোঁ। এইটো উল্লেখ কৰিব পৰা যায় যে গান্ধী অঙ্কিত যিকোনো সমাজ, চৰ্চা নাইবা ধৰ্মৰ বিপক্ষে নাছিল আৰু ইয়াকে দেখুৱাই নিদিছিল যে তেওঁ ভগৱানক নিজৰ আসনত বেলেগভাৱে পূজা কৰিছে বা অনুকৰণকাৰী বিলাকৰ ভিতৰত ভুল ভাব নজগাইছিল। সেই একে সত্যৰে এটা অংশ হৈ হৰিজন বিলাকৰ ওচৰত অৰ্পণ কৰিছিল। তেওঁলোক আমাৰ দৰেই ভগৱানৰ নিজৰ সৃষ্টি নহয়নে?

অৰ্থনৈতিক আৰু আন আন ক্ষেত্ৰতো তেওঁৰ গঠনমূলক কাম জগতত শান্তি প্ৰতিষ্ঠা কৰাত লক্ষ্য ৰাখিছিল। যান্ত্ৰিকতা নিজৰ ক্ষেত্ৰত বেয়া নহয়, কিন্তু এনে যান্ত্ৰিকতাৰ প্ৰয়োজন নাই যি মানুহৰ ব্যক্তিত্ব নষ্ট কৰে, নাইবা তেওঁৰ জীৱন দুঃখময় কৰি তোলে। প্ৰত্যেক মানৱেই ভগৱানৰ প্ৰতিবিম্ব স্বৰূপ আৰু তেওঁৰ ভিতৰত সৃষ্টিৰ শক্তি নিহিত আছে আৰু যদিও তেওঁ প্ৰকৃত শিক্ষা পায়— তথাপি তেওঁ বহুতো সৃষ্টিকাৰী কাৰ্যৰ পৰিচয় দিব। জগৎখনে ধ্বংসৰ কাৰ্যৱলীৰ পৰা অব্যাহতি পায় তেন্তে এজন ব্যক্তি আন এজনৰ দ্বাৰা নিষ্পেষিত নহ'ব নাইবা সমাজত এটা সমষ্টিয়ে আন এটা সমষ্টিৰ ওপৰত নাইবা এটা জাতিয়ে আন এটা জাতিৰ ওপৰত নিষ্পেষিত নকৰিব।'পৃথিৱীত কোনো সমাজ নাইবা জাতিয়ে আন এটা জাতিৰ ওপৰত নিষ্পেষিত নকৰিব। পৃথিৱীত কোনো সমাজ নাইবা জাতিয়ে আন এটাক বিমুখ কৰিবৰ অধিকাৰ নাই— তেওঁলোকৰ স্বাধীনতাৰ পৰা নাইবা ইয়াৰ উপকাৰৰ পৰা। প্ৰত্যেক ব্যক্তিয়ে আৰু জাতিয়ে মানৱ সমাজত উন্নতিৰ অৰ্থে সহযোগ কাম কৰিব লাগিব। যদি কোনো অনুসূচিত জাতিৰ মানুহ থাকে তেন্তে তেওঁলোকক সকলোৱে সহযোগ হৈ শান্তি আৰু গাঁও সংগঠনৰ যোগেদি অতীতৰ সকলো সৌন্দৰ্যৰে সৈতে গান্ধীজীয়ে হাতত লৈছিল, সকলো ধৰণৰ ভাব আৰু পৰাধীনতাৰ পৰা মুক্ত শ্ৰেণীহীন সমাজ গঠনৰ কাৰণে। ইয়াৰ লগত প্ৰতিজ্ঞা কৰা সকলো কামেই আছিল আমাৰ মাজত পৰিপূৰ্ণতা সৃষ্টি কৰিবৰ কাৰণে,

আমাক মনৰ সম্পূৰ্ণ গঠন দিবৰ কাৰণে আৰু ইয়াত বাহিৰেও ভগৱানৰ প্ৰাণী বুলি গৰ্ব কৰি আপ্লুত হ'বলৈ।

এবছৰ পাৰ হৈ গ'ল আৰু ক্ৰমান্বয়ে আমি গান্ধীজীক বুজিবলৈ চেষ্টা কৰিছোঁ। ই যিমানেই কঠিন নহওক, যেতিয়ালৈকে আমি অন্তৰত পৱিত্ৰ নহওঁ, উদ্দেশ্যত স্থিৰ নহওঁ, আমি তেতিয়ালৈকে তেওঁৰ আদৰ্শৰ কাম বুজিব নোৱাৰোঁ। তথাপি এই বছৰতে আমি যিখিনি কাম কৰিবলৈ প্ৰতিজ্ঞা কৰিছোঁ, আমি অনুভব কৰোঁ, আমি তেওঁক বুজিবলৈ চেষ্টা কৰিছোঁ। আমি সৰ্বান্তঃকৰণেৰে আশা কৰোঁ এই পৱিত্ৰ মানুহজনৰ বৃহৎ ভাবৰাশিয়ে যি আমাৰ শান্তিৰ পথ নিৰ্দেশ কৰি গৈছে আমি আমাৰ কাৰ্যৰ কাৰণে সমল গোটাব পাৰিম যিটো জগতত শান্তি প্ৰচেষ্টাৰ কাৰণে ইচ্ছা কৰি কাম কৰি— বাপুজীয়ে ইহলীলা সম্বৰণ কৰিলে।

---

(১৯৪৯ চনৰ ৩০ জানুৱাৰী তাৰিখে অনাতাঁৰ শ্বিলং গুৱাহাটী কেন্দ্ৰৰ পৰা দিয়া মুখ্যমন্ত্ৰী শ্ৰীগোপীনাথ বৰদলৈৰ বক্তৃতা।)

# ১৯৪৮ চনৰ স্বাধীনতাৰ দিনত বৰদলৈদেৱৰ অনাতাঁৰ বক্তৃতা

ভাৰতবৰ্ষই আজিৰ পৰা স্বাধীন প্ৰজাতন্ত্ৰৰূপে নৱ-জীৱনৰ পাতনি মেলিছে। ১৯৪৭ চনৰ ১৫ আগষ্টৰ পৰা আজিলৈকে এই অন্তৰৰ্তী কালছোৱাত দেশৰ জনসংখ্যা বহুতো বাঢ়িছে আৰু ভাৰতীয় ৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত অঞ্চলৰ পৰিধিও বহল হৈছে। এনেকি দুই লাখৰ ওপৰ জনসংখ্যা আৰু ৩৭০০ বৰ্গমাইল ভূমিৰে খাছীয়া পৰ্বতৰ ৰাজ্যসমূহেও এই প্ৰদেশৰে সৈতে লগ লাগিছে। এইদৰে ১৩ লাখ বৰ্গমাইল ভূমি আৰু ১৪ কোটি মানুহৰে ভাৰতবৰ্ষ পৃথিৱীৰ ভিতৰত এখন লেখত ল'বলগীয়া স্বাধীন দেশ হিচাপে পৰিগণিত হ'ল। ভালৰ কাৰণেই হওক বা বেয়াৰ কাৰণেই হওক বিশ্বৰ ভৱিষ্যৎ গতি নিৰ্ণয় কৰাত ভাৰতবৰ্ষই যে যথেষ্ট প্ৰভাৱবিস্তাৰ কৰিব, ই নিশ্চিত। এই কথা উপলব্ধি কৰি আমি যদি এই নতুন ৰাজনৈতিক অৱস্থাৰ পৰা উদ্ভৱ হোৱা দায়িত্বসমূহ বহন কৰিব পাৰোঁ, তেন্তে ই আমাৰ কাৰণে আটাইতকৈ গৌৰৱৰ কথা হ'ব। আজিৰ পৰা ব্ৰিটিছ ৰাজমুকুটৰে সৈতে থকা আমাৰ সকলো সম্বন্ধও ছিগি পৰিল। মোৰ মনেৰে বৃটিছ 'কমন ওৱেলথ'ৰ ভিতৰত থকাৰ সিদ্ধান্তই আমাৰ ৰাজনৈতিক সন্মানৰ অকণো হীনদেঢ়ি নঘটায়। স্বইচ্ছাই এনে সিদ্ধান্ত লোৱা হৈছে আৰু মোৰ বিশ্বাস মানৱৰ কল্যাণাৰ্থে পৃথিৱীৰ জাতিসমূহ একগোট হোৱাৰ ই সূচনা মাত্ৰ।

কুৰি বছৰৰ আগতে ঠিক এই দিনটোতেই মহাত্মা গান্ধী আৰু কংগ্ৰেছৰ নেতা সকলৰ নেতৃত্বত ভাৰতবৰ্ষই নানা নিকাৰ ভুঞ্জিও সত্য, অহিংসা আৰু ত্যাগৰ বাটেৰে স্বাধীনতা লভিবলৈ দৃঢ়সংকল্প কৰিছিল। আজি কুৰি শতিকাৰ অন্তত স্বাধীন ৰাষ্ট্ৰ হিচাপে স্বাধীনতাৰ সোৱাদ লভিবলৈ আৰু স্বাধীনভাৱে নিজৰ ভৱিষ্যৎ নিৰ্ণয় কৰাৰ সুবিধা পাইছোঁহক। এই ঘটনা যেনে বিস্ময়কৰ তেনে ৰোমাঞ্চকৰ। মই আশা কৰোঁ এই কুৰি বছৰ ধৰি কৰা এই বিৰাট আন্দোলনৰ পাছত সত্য আৰু অহিংসাৰ কি যে মহিমা তাক উপলব্ধি কৰিব পাৰিছোঁ। মই ভাবিছোঁ যে আমাৰ ইচ্ছাৰ বিৰুদ্ধে আমাক শাসন কৰা বিদেশী-শক্তিৰ প্ৰতি কোনো বিদ্বেষ ভাব আমাৰ অন্তৰত আজি নাই। ব্ৰিটেইনবাসীৰ প্ৰতি আমাৰ নেতাসকলে দ্বিধাহীন সদ্ভাৱ প্ৰকাশ কৰাটো সঁচাকৈয়ে বৰ আনন্দৰ কথা। আমাৰ এই সৰু প্ৰদেশখনৰ ক্ষেত্ৰতো একে কথাকে ক'ব পাৰি। ব্ৰিটিছ আমোলাতন্ত্ৰীসকল বা ব্ৰিটিছ ব্যৱসায়ী আৰু চাহ খেতিয়কসকলৰ দ্বাৰাই আমি অতদিন শাসিত হ'লেও আজিও তেওঁলোকৰে সৈতে অৰ্থনৈতিক ক্ষেত্ৰত বহুত সময়ত একমত

হ'ব নোৱাৰিলেও তেওঁলোকৰ প্ৰতি আমাৰ সম্ভাৱ আৰু নীতি অটুট আছে তাত আমাৰ কোনো প্ৰকাৰৰ সন্দেহ নাই।

আজিৰ স্মৰণীয় দিনটোত আমাৰ প্ৰদেশত ভাৰতৰ নাগৰিক সত্ব যিসকলৰ নাই সেই সকলৰ প্ৰতি আমাৰ শুভ ইচ্ছা পুনৰ জনাইছোঁ।

ভাৰতৰ নতুন শাসন বিধানৰ পৰাই এই নতুন প্ৰজাতন্ত্ৰখন উদ্ভৱ হ'ল। সংবিধানখন ৰচনা কৰাৰ সময়ত গণপৰিষদৰ ভিতৰত আৰু বাহিৰৰ বহুতো সমালোচকে সংবিধানখনৰ বিভিন্ন দফাসমূহৰ বিষয় সমালোচনা কৰিছিল। আজিৰ বিধান সংবিধানত খুঁত উলিয়াবলৈ চেষ্টা কৰা লোকৰ অভাৱ নাই। কিন্তু আমি যদি এই বিৰাট জাতীয় প্ৰচেষ্টাৰ মুলনীতি সমূহ বুজিবলৈ চেষ্টা কৰোঁ, তেন্তে নিশ্চয় উপলব্ধি কৰিব পাৰিম যে ভাৰতবৰ্ষ সকলো লোকৰ কাৰণেই ই স্বাধীনতাৰ এখন মহাচনদ। কলমৰ এটা আঁচতেই যেন অতীতৰ পৰা প্ৰচলিত অন্ধবিশ্বাস, ধৰ্মৰ নামত হোৱা অত্যাচাৰ যেনে ধৰক, অস্পৃশ্যতা আঁতৰি গ'ল। আজি অস্পৃশ্যতা বুলি কাৰোবাক ঘিণোৱাটো বা কাৰোবাক অস্পৃশ্য বুলি ভবাটো আইনৰ চকুত এটা অপৰাধ। সকলো ৰকমৰ উদ্‌গতিৰ বাবে পৰ্বত আৰু ভৈয়ামৰ ট্ৰাইবেলসকল আৰু তপশীলভুক্ত লোকসকলে ৰাষ্ট্ৰৰ পৰা আদৰ আৰু সাহায্য পাব। দৰিদ্ৰতা আৰু অজ্ঞানতা দূৰ কৰি মানুহক আত্মসন্মান দান কৰি সাম্য স্থাপন কৰাত এই বিধানৰ এটা প্ৰধান উদ্দেশ্য। সেই কাৰণে আমি যদি আমাৰ নতুন প্ৰজাতান্ত্ৰিক ৰাষ্ট্ৰখন শাসন বিধানৰ মূলনীতিসমূহৰ ওপৰত প্ৰতিষ্ঠিত কৰিব পাৰোঁ, তেন্তে ভাৰতবৰ্ষ যে পৃথিবীৰ ভিতৰত এখন উন্নততম দেশ হিচাপে পৰিগণিত হ'ব তাত মোৰ এধানো সন্দেহ নাই।

প্ৰশ্ন হৈছে, মহাদেশ এখন সৃষ্টি কৰা আমাৰ পক্ষে সম্ভৱ হয়নে? এখন বিধানৰ শব্দ বা বাক্যৱলীৰ দ্বাৰা, নাইবা তাৰ বহুল ভাষা ৰচনা কৰি এখন দেশে সেই সন্মান লাভ কৰিব নোৱাৰে। কোনো শাসন বিধানৰ নিৰ্দেশসমূহ এনে অৱস্থাতহে কাৰ্যকৰী কৰিব পাৰি, যেতিয়া সেই দেশৰ মানুহৰ অন্তৰত সততা, নৈতিকতা, ন্যায় পৰায়ণতা আৰু সত্যক আঁকোৱালি ধৰাৰ শক্তি থাকে। ভাল শাসন প্ৰণালী কাৰ্যকৰী হয় ভাল মানুহৰ ভিতৰতহে। এই কাৰণেই বোধহয় কোৱা হয় যে, কোনো সমাজৰ শাসন প্ৰণালী সেই সমাজৰ লোকসকলৰ চৰিত্ৰৰ দ্বাৰা নিৰ্ধাৰিত হয়। সমাজৰ এজনে আন এজনৰ স্বাধীনতাক শ্ৰদ্ধা কৰি তেওঁলোকৰ মাজত সকলোৱে লগ লাগি সম্ভাৱেৰে কাম কৰিবলৈ ইচ্ছা থাকিলেহে গণতন্ত্ৰ কাৰ্যকৰী হ'ব পাৰে। আনৰ পৰা আমি যি ব্যৱহাৰ আশা কৰোঁ আনকো যদি তেনে ব্যৱহাৰ দিবলৈ সাজু নহওঁ, তেন্তে সমাজৰ ভেটি কেতিয়াও সুদৃঢ় হ'ব নোৱাৰে; মানৱৰ হিতাৰ্থে কাম কৰিব পৰাটোতো দূৰৰ কথা।

অথচ আমাৰ অতীত সভ্যতালৈ আমি ঘূৰি চালে দেখা পাওঁ যে সেই যুগৰ লোকসকলৰ মাজত এনে ন্যায়পৰায়ণতা, সত্যনিষ্ঠা আৰু সহযোগিতাৰ ভাব সম্পূৰ্ণ মায়াই প্ৰতিষ্ঠিত আছিল। সেই সময়তো ৰজাসকলৰ মাজত যে বিৰোধ বা যুদ্ধ হোৱা নাছিল এনে নহয়। কিন্তু এই যুঁজ-বাগৰ আৰু হায়-হাঙ্গামা কেৱল ডাঙৰ নগৰ আৰু চহৰবিলাকতহে সীমাবদ্ধ আছিল। এনে যুদ্ধ আৰু সংঘৰ্ষই গাঁৱলীয়া ৰাইজৰ শান্তিপূৰ্ণ সহযোগী আৰু সৎ জীৱনৰ স্পৰ্শ একেবাৰে কৰা নাছিল। এনে ধৰণৰ শান্তিময় জীৱন আইন বা শাস্তিৰ ভয়ত সম্ভৱপৰ হোৱা নাছিল; সেই যুগৰ মানুহ মূলতেই সৎ আৰু ন্যায় পৰায়ণ আছিল বুলিহে ভাৰতীয় সভ্যতাৰ চৰম উৎকৰ্ষ সাধন হৈছিল। বৌদ্ধ ধৰ্মাৱলম্বী সম্ৰাটসকলৰ দিনত, তেওঁলোকে ৰাজ্যৰ সীমা বঢ়োৱাৰ গৌৰৱ পৰিত্যাগ কৰি মানৱৰ অন্তৰত নিহিত থকা সৎশক্তি স্পৃহাৰ উৎকৰ্ষ সাধনৰ দ্বাৰাজেদি মানৱ সমাজৰ দুঃখ-দৈন্য আঁতৰাবলৈ চেষ্টা কৰিছিল। মোৰ মনেৰে অতীত ভাৰতৰ লোকসকলৰ চৰিত্ৰত থকা সততা, ন্যায় পৰায়ণতা আদি সৎ গুণসমূহ আজিও আমি সাধন কৰিব নোৱৰাৰ কোনো কাৰণ নাই।

ইয়াৰ লগতে আজিৰ দিনত এনে এটা পুৰণি সুসভ্য জাতিয়ে, অতীত গৌৰৱৰ পৰা বঞ্চিত হৈ কেনেকৈ পৰাধীন হ'ল সেইটোও সঁচাকৈয়ে ভাবিবলগীয়া। আমি এইটো নিশ্চয় উপলব্ধি কৰা উচিত যে, আমাৰ স্বাধীনতা হেৰুৱাৰ মূল কাৰণ হৈছে এই নৈতিক শক্তিৰ অৱনতি। নিশ্চয় ইয়াৰ ফলতেই আমি অৰ্থনৈতিক ক্ষেত্ৰত দোষিত হোৱাৰ উপৰি আমাৰ নৈতিক শক্তি সম্পূৰ্ণভাৱে হেৰুৱালো। সেই কাৰণে বিশ্বৰ ভৱিষ্যৎ নিৰ্ণয় কৰিব পৰা শক্তিশালী ভাৰতবৰ্ষ গঢ়ি তুলিবলৈ আমি আমাৰ এই অৱনতিৰ পৰা সম্পূৰ্ণ মুক্ত হৈ আমাৰ নৈতিক শক্তিসমূহৰ পুনৰুদ্ধাৰ কৰিব লাগিব। নিশ্চয় এই কাৰণে আজিৰ স্বাধীন অৱস্থাৰ বাবে আমাক সাজু কৰাওঁতে ভৱিষ্যৎদৰ্শী ভাৰত ৰচোঁতা মহামানৱ গান্ধীজীয়ে নৈতিকতাৰ ওপৰত ইমান জোৰ দিছিল যাতে নতুন যুগত আমি সঁচাকৈয়ে ভাল সমাজ এখন গঢ়ি তুলিব পাৰোঁ। কিন্তু স্বাধীন ক্ষমতা গ্ৰহণ কৰাৰ ততাতৈয়াৰ মাজত আমি যেন গান্ধীজীৰ এই আৱশ্যকীয় নিৰ্দেশৰ প্ৰতি আওকাণ কৰিছোঁ আৰু সমাজ গঠনত কঠোৰ নৈতিকতাক উপযুক্ত ঠাই দিয়া নাই। কিন্তু ই ধ্ৰুৱ যে স্বাধীন জাতি হিচাপে থাকিব লাগিলে গান্ধীজীৰ শিক্ষাৰ মূল কথাবোৰ গ্ৰহণ কৰাৰ বাহিৰে আন উপায় নাই।

আকৌ স্বাধীন দেশৰ ব্যক্তি, বিভিন্ন সমষ্টি আৰু দলৰ লোকসকলে সমজুৱা ভাৱে ভাবিবলৈ আৰু কাম কৰিবলৈ শিকিবই লাগিব। বৈচিত্ৰ্য ঐক্য— এয়ে হৈছে মানৱ জীৱনৰ আৰু ভগৱানৰ সৃষ্টিৰ নিবন্ধন। সেইবাবে বিভিন্ন লোকে আৰু সমষ্টিয়ে সৰ্বসাধাৰণৰ হিতাৰ্থে কাম কৰা বা চিন্তা কৰাটো অপৰিহাৰ্য। যেতিয়া কেৱল নিজ স্বাৰ্থ

জীৱনকালত কাৰো মনত এই কথা খেলোৱা নাছিল যে— তেখেতৰ বাহিৰে অইন কাৰোবাক মুখ্যমন্ত্ৰীও কৰিব পাৰি। তেখেত নিজে ইমান নিৰাসক্ত আছিল যে ত্যাগ পত্ৰখন সদায় পকেটত লৈ ফুৰিছিল। বহুবাৰ মোৰ অনেক অনুনয়-বিনয় কৰাতহে মুখ্যমন্ত্ৰী পদত কাম কৰি যাবলৈ মান্তি হৈছিল। তেখেতৰ অন্তৰখন সদায় কংগ্ৰেছৰ গঠনমূলক কামতহে আগ্ৰহী আছিল। আমিবিলাক সেইবোৰ কামৰ পৰা আঁতৰি অহাটো তেখেতৰ বাবে দুঃখৰ বিষয়। তেখেতে সদায় সকলো এৰি সিবোৰত লাগিবৰ মন কৰিছিল।

শ্ৰীবৰদলৈক লগ পোৱা যি কোনো অচিনাকি ব্যক্তিকো তেখেতৰ স্পষ্টবাদিতাই অত্যন্ত প্ৰভাৱিত কৰিছিল। তেখেতে নিজৰ মনৰ ভাব লুকাই ৰাখিব নোৱাৰিছিল। তেখেতে যিটোকে উচিত বুলি গণ্য কৰিছিল তাক স্পষ্টভাৱে প্ৰকাশ কৰিছিল। ইয়াৰ ফলত তেখেতৰ বিষয়ে কোনো ভুল ধাৰণা হ'ব নোৱাৰিছিল আৰু আৰম্ভৰ পৰাই মানুহে বুজিব পাৰিছিল যে কিমান দূৰ তেখেতৰ সৈতে যাব পৰা হ'ব নাইবা তেখেতৰ পৰা কিমান আশা কৰিব পাৰি।

শ্ৰীযুত বৰদলৈদেৱৰ অইন কোনো ব্যক্তিক প্ৰভাৱিত কৰা দ্বিতীয় কথাটো হ'ল তেখেতৰ উদাৰ চিন্তা আৰু মৃদু স্বভাৱ। অসমৰ হৈ তেখেতে যেতিয়া সংবিধান সভাত যুদ্ধ দিছিল, তেতিয়া নিজৰ বাবে, নিজ জাতিৰ বাবে অথবা ইয়াৰ ভৈয়ামবাসীসকলৰ নিমিত্তেই যুঁজা নাছিল। তেখেতে অসমৰ পাহাৰী জনজাতিসকলৰ কল্যাণৰ কাৰণেও বাৰে বাৰে মাত মাতিছিল। সংবিধানত এই জনজাতিসকলৰ বাবে যি বিশেষ ব্যৱস্থা বৰ্তমানে আছে তাৰ বাবে অধিকাংশ শ্ৰেয়ঃ শ্ৰীযুত বৰদলৈকে দিব লাগিব।

১৯৩৭ চনত পোন প্ৰথমবাৰৰ বাবে কংগ্ৰেছ চৰকাৰ স্থাপিত হ'ল। সেই সময়ত পাহাৰৰ সকলো ব্যৱস্থা ৰাজ্যপাল (গভৰ্ণৰ)ৰ হাততে ন্যস্ত আছিল আৰু মুখ্যমন্ত্ৰীকো সিবোৰলৈ যাব দিয়া নহৈছিল। শ্ৰীযুত বৰদলৈয়ে আচলতে এওঁলোকৰ বাবেইহে প্ৰাণ দিলে। তেখেতৰ ৰক্তচাপ খুব বেছি উচ্চ আছিল আৰু ফলত তেখেতে বৰ কষ্ট পাই আছিল। অসমৰ ৰাজধানী শ্বিলং পাঁচ হেজাৰ ফুট পাহাৰৰ ওপৰত অৱস্থিত। তাত থকাত তেখেতে বৰ কষ্ট পাইছিল আৰু তেখেতৰ স্বাস্থ্যৰ অৱস্থালৈ চাই মাজে মাজে গুৱাহাটীলৈ নামি আহিবলগীয়াত পৰিছিল। তথাপি মিজো জাতিৰ নিবাস লুচাই ৰাজ্যলৈ (আজিকালি যাক মিজোৰাম বোলা হয়) তেওঁলোকৰ বিষয়ে প্ৰত্যক্ষ জ্ঞান পাবৰ নিমিত্তে অসুস্থ শৰীৰেও তেখেত গ'ল আৰু তাত স্থানীয় স্বশাসিত সমিতি গঠন কৰি দিলে— যাৰ দ্বাৰা সেই প্ৰাচীন জাতিটোৱে ভাৰতবৰ্ষৰ লগে লগে লোকতন্ত্ৰাত্মক স্বাধীনতাৰ কথা বুজিব পাৰে আৰু তাৰ অনুকূল হয়। তালৈ যাতায়াতৰ কোনো সু-বন্দোবস্ত নাছিল আৰু (ফলত) এই যাত্ৰাত তেখেতৰ শাৰীৰিক বৰ কষ্ট হ'ল। তাৰ পৰিণাম হ'ল— তাৰ পৰা ঘূৰি অহাৰ খুব কম দিনৰ ভিতৰতে তেখেতৰ মৃত্যু ঘটিল।

তেখেতৰ স্বভাৱ বৰ মৃদু আছিল। সকলোৰে লগত মধুৰ ব্যৱহাৰ কৰিছিল। তেখেতৰ পদটোৰ বাবে কোনো বিশেষ সন্মানৰ কথা বুলি নাভাবিছিল। তেখেতে নিজকে দৰিদ্ৰ কৰিয়ে ৰাখিলে। মই এই কথা ভাবি বিস্ময়াভিভূত হওঁ যে— তেখেতৰ পিন্ধা কানি-কাপোৰ প্ৰায়ে ফটা আছিল। অৱশ্যে অসমৰ পৰম্পৰা অনুসৰি যিবোৰ আছিল ফট্‌ফটীয়া পৰিষ্কাৰ। এবাৰ বহু দিন আমাৰ দেখাদেখি হোৱা নাছিল। তেখেত প্ৰায় ভ্ৰমণতে আছিল আৰু কামত বৰ ব্যস্ত আছিল। মই লিখি পঠিয়ালো যে বহুদিন আপোনাক লগ পোৱা নাই। আপোনাক লগ পাবলৈ মোৰ বৰ ইচ্ছা হৈছে। সেয়ে আজি আবেলি ৪-৩০ বজাত মোক নিমন্ত্ৰণ দিছে আপোনাৰ ঘৰত চাহ-জলপান খাবলৈ। তৎক্ষণাৎ মই উত্তৰ পালো যে মোৰ দৰে অকলশৰীয়া জীৱনত বন্ধু-বান্ধৱৰ স'তে একাপ চাহ খাবলৈ পোৱা বা কথা-বতৰা পতা সুযোগ কমেই আছে। মই গৈ পোৱাত তেখেতে বৰ আগ্ৰহেৰে আৰু সন্মানেৰে আদৰিলে।

যিটো ঘৰত তেখেত আছিল সেইটো চৰকাৰৰ তৰফৰ পৰা দিয়া হৈছিল আৰু ইংৰাজী ধৰণৰ চকী, মেজ গাদী আদি আছিল। সেইবোৰ বৰ আলাই-আথানি হৈ পৰি আছিল। সিবোৰক যথাস্থানত নিৰ্ধাৰিত আকাৰত ৰখাৰ চিন্তা তেখেতৰ নাছিল। মোৰ সৈতে কথা পাতোঁতে তেখেতে কৈছিল যে— "মই বৰ দুখীয়া। দুখীয়া হৈয়ে থাকিব খোজোঁ। এই ঘৰটোত নিৰুপায় হৈ মই থাকিবলগীয়া হৈছোঁ। আজৰি পালেই মই মোৰ ঘৰলৈ ঘূৰি যাম।" আচলতে তেখেতে অসম প্ৰদেশৰ সেৱাৰ নিমিত্তে নিজকে দৰিদ্ৰ কৰি ৰাখিছিল আৰু মৃত্যুৰ পিছত দুনিয়াৰ সকলোৱে জানিছিল যে তেখেতে পৰিয়ালজনলৈ একো এৰি যোৱা নাই। এবাৰ আকৌ অসমলৈ যোৱাৰ সুযোগ পোৱাত মই সমবেদনা জনাবলৈ তেখেতৰ সাধ্বী পত্নীক সাক্ষাৎ কৰিছিলো আৰু মই দেখি সুখ পাইছিলো যে অত্যন্ত সাহসেৰে তেখেতে ঘৰখন চলাই নিছে আৰু ইমান ডাঙৰ পৰিয়ালটোৰ পালন-পোষণ কৰি আছে।

মই অসম এৰি যোৱা কথাও ৰহস্যপূৰ্ণ। মই হঠাতে প্ৰধানমন্ত্ৰীৰ তাঁৰ পালো যে তৎক্ষণাৎ মই কেন্দ্ৰীয় শাসনত যোগ দিব লাগে। মোক এনেভাৱে তেখেতে কিমান বছৰৰ পৰাই চৰকাৰী, বে-চৰকাৰী কামত যে খটুৱাই আছে। এই তাঁৰ সম্পূৰ্ণ গোপনীয় আছিল আৰু পেডতহে লিখা আছিল। কাৰো আগত এই কথা কোৱাৰ অধিকাৰো মোৰ নাছিল। অৱশ্যে, প্ৰধানমন্ত্ৰীয়ে এই কথা লিখিছিল যে তুমি তোমাৰ মুখ্যমন্ত্ৰীক এই কথা জনাব পাৰা। সেই সময়ত শ্ৰীযুত বৰদলৈ নৰিয়াপটীত। মই খবৰ পঠিয়ালো যে— এটা বৰ জৰুৰী কামত মই গৈ আছোঁ, আপুনি কষ্ট কৰিব নালাগে, আপুনি বিছনাতে থাকিব, মই তাতেই লগ পাম। খবৰ-বাতৰি লোৱাৰ পাছত লাহেকৈ জেপৰ পৰা প্ৰধানমন্ত্ৰীৰ তাঁৰখন উলিয়ালো। বেমাৰ থকা সত্ত্বেও তেখেত বিছনাত জাঁপ মাৰি

উঠি বহিল। অত্যন্ত ব্যাকুল হ'ল। ক'লে যে মই তোমাক যাব দিব নোৱাৰোঁ। মই তেখেতক শান্ত কৰালো। মই ভয় খালো যে কেনেবাকৈ ৰক্তচাপ বাঢ়ি গ'লে বা এই বেমাৰে যদি কিবা বিপদ ঘটায়। ঘৈণীয়েকেও দৌৰ মাৰি কোঠালিটোলৈ আহিল আৰু চকুলো টুকি ক'ব ধৰিলে আমি তোমাক ইয়াৰ পৰা যাবলৈ নিদিওঁ। শ্ৰীবৰদলৈ আৰু শ্ৰীজৱাহৰলাল নেহৰুৰ মাজত মোক লৈ সেই সময়ত খুব উত্তপ্ত তাঁৰবাৰ্তাৰ আদান-প্ৰদান হৈছিল। শেষত মই গুচি আহিবলগীয়া হ'ল। আহিবৰ সময়ত পতা বিদায় সভাত শ্ৰীবৰদলৈয়ে মোৰ বিষয়ে এনে কেতবোৰ কথা কৈছিল— যিবোৰক সঁচা ক'বলৈ হ'লে মোৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ প্ৰশংসা বুলি ক'ব লাগিব। তেখেতে কৈছিল মই এখেতক কেতিয়াও ৰাজ্যপাল বুলি ভবা নাছিলো, মই তেখেতক আমাৰ মন্ত্ৰীসভাৰ এগৰাকী সদস্য বুলিহে ভাবিছিলো। মুখ্যমন্ত্ৰী আৰু ৰাজ্যপালৰ সম্বন্ধ যদি সংযুক্ত ভাৰতৰ প্ৰত্যেক ৰাজ্যতে এনে হয় তেনেহ'লে দেশখনত লোকতান্ত্ৰিক গণৰাজ্যৰ সিদ্ধান্ত সফল হোৱাত কোনো সন্দেহ নাথাকিব।

শ্ৰীবৰদলৈৰ সম্বন্ধে লিখিব ওলাওঁতে কিমান ঘটনাই মোৰ মানসপটলৈ আহিছে, কিন্তু বেছি লিখাটো উচিত নহ'ব। শ্ৰীবৰদলৈৰ ব্যক্তিত্ব, জীৱন আৰু কাৰ্যাৱলী এনে আছিল যাৰ পৰা আমি শিকনি ল'ব পাৰোঁ, যাক আমি সকলোৱে অনুকৰণ কৰিব পাৰোঁ। তেখেত তেনে কোনো অসাধাৰণ বিশিষ্ট পুৰুষ নাছিল যে সেয়া আমাৰ দৰে সাধাৰণ মানুহৰ প্ৰাপ্যৰ পৰা দূৰৈত হ'ব, যাক অনুকৰণ কৰা আমাৰ দৰে সাধাৰণ মানুহৰ পক্ষে অসম্ভৱ হ'ব। তেখেত আছিল এগৰাকী সাধাৰণ গৃহস্থ। তেখেতৰ পত্নী আৰু ল'ৰা-ছোৱালী আছিল। তেখেতেও এটা পেছা লৈ জীৱন নিৰ্বাহৰ ব্যৱস্থা কৰিছিল, কিন্তু দেশভক্তি আৰু জনসেৱাৰ ভাবনাই তেখেতক সদায় অনুপ্ৰেৰিত কৰিছিল যাৰ বাবে নিজৰ আৰ্থিক ক্ষতি কৰিও আনৰ উপকাৰৰ কাৰণে চিন্তা কৰিছিল। সাহসেৰে তেখেতে তেখেতৰ মন্তব্য দিব পাৰিছিল। বীৰ পুৰুষৰ দৰে তেখেতে নিজৰ কথাক কাৰ্যত পৰিণত কৰিব পাৰিছিল। কোনো কথাতে তেখেতৰ মহত্ত্বাকাংক্ষা নাছিল। সেয়ে কাৰো ওচৰত সেও মনাৰো আৱশ্যকতা নহৈছিল। পবিত্ৰ আৰু সৰল জীৱন-যাপন কৰি সদাই তেখেতে সততা আৰু শুদ্ধভাৱে কাম কৰি গৈছিল।

তেখেতে এজন গৃহস্থৰ, এজন ৰাজহুৱা কৰ্মী-ব্যক্তিৰ আৰু এগৰাকী প্ৰশাসকৰ সুন্দৰ আদৰ্শ আমাৰ আগত ডাঙি ধৰি গৈছে যাৰ বিশেষত্ব হ'ল— যদি আমি ইচ্ছা কৰোঁ সিবোৰক আমি সকলো কামতে খটুৱাব পাৰোঁ। দুঃখৰ কথা এয়ে যে তেনে কৰিব খোজা ব্যক্তি আজি তেনেই কম। মোৰ একমাত্ৰ আশা এয়ে যে অসমে যেন শ্ৰীগোপীনাথ বৰদলৈক পাহৰি নাযায়। তাৰ মানুহে এই কথা যেন অনুভৱ কৰে যে অসম ৰাজ্যৰ সেৱা কৰা অত্যন্ত আৱশ্যক। এইখন আমাৰ সীমা প্ৰদেশ। ইয়াৰ বিপদ

গোটেই দেশৰে বিপদ। ইয়াৰ সুৰক্ষা গোটেই দেশৰে সুৰক্ষা। প্ৰকৃতিয়ে এপিনে পাহাৰ আৰু জঙ্ঘলত মনোমোহা ৰূপ ধাৰণ কৰিছে। কিন্তু অন্য পিনে উগ্ৰ ৰূপ ধাৰণ কৰি ভূমিকম্প আৰু নদীসমূহৰ বানপানীয়ে যথেষ্ট অনিষ্ট সাধনো কৰিছে। এনে ৰাজ্যৰ নিবাসীসকলৰ জীৱন এফালে সদায় সংকটাপূৰ্ণ অৱস্থাত আৰু অন্য পিনে তেওঁলোকক সদায় অনুপ্ৰেৰিত কৰি থাকে যে এপিনে তেওঁলোকে প্ৰাকৃতিক সৌন্দৰ্য উপভোগ কৰিও আৰু লগতে ইয়াৰ লগত যুদ্ধও কৰক যাতে দেশখন সুন্দৰ হৈও থাকক লগতে স্বাস্থ্যৱান আৰু সুদৃঢ়ো হওক।

# ভাৰতমাতাৰ মহান সন্তান ঃ বৰদলৈ

**শ্ৰীজয়ৰাম দাস দৌলতৰাম**

বহু বছৰৰ পৰাই লোকপ্ৰিয় বৰদলৈক জনাৰ সৌভাগ্য মোৰ হৈছিল আৰু তেখেতৰ জীৱনৰ ছয় সাত বছৰ মোৰ সতে নিবিড় সম্বন্ধ গঢ়ি উঠাটো মোৰ কাৰণে প্ৰতিষ্ঠা আৰু প্ৰসন্নতাৰ কথাই আছিল। চিনা-পৰিচয়ৰ প্ৰাৰম্ভিক অৱস্থাত তেখেতক ভাৰতীয় জাতীয় কংগ্ৰেছৰ এজন প্ৰতিভাশালী ব্যক্তি বুলি জানিছিলো। তেখেতৰ দীৰ্ঘদেহ, বলিষ্ঠ চেহেৰা, তেজাৰী চকু আৰু স্পষ্ট বক্তৃতাশক্তিয়ে দৰ্শকক আকৰ্ষণ কৰিছিল। যিহেতু তেখেত দূৰৱৰ্তী অসম প্ৰদেশৰ পৰা গৈছিল— সেয়ে তেখেতে যিয়ে কৈছিল তাতেই মানুহে বিশেষ ৰুচি দেখুৱাইছিল আৰু ইয়ে সকলোকে আকৰ্ষণো কৰিছিল। কংগ্ৰেছৰ মুকলি অধিবেশনতেই হওক বা অখিল ভাৰতীয় কংগ্ৰেছ কমিটিৰ বৈঠকতে হওক তেখেতে অসমৰ সকলো কংগ্ৰেছী দল লৈ উপস্থিত হৈছিল আৰু ৰাষ্ট্ৰীয় অনুষ্ঠানটিৰ বহুতো মতভেদ হোৱা প্ৰশ্নৰ ক্ষেত্ৰত মহাত্মা গান্ধীৰ পক্ষকে আন্তৰিকতাৰে সমৰ্থন কৰিছিল। কংগ্ৰেছৰ শ্ৰীবৰদলৈৰ বিৰোধী সদস্যইও তেখেতক সন্মান কৰিছিল। আৰু এই কথা সেই সময়ত স্পষ্টকৈ দেখা গ'ল যেতিয়া অসমক লীগ প্ৰশাসিত বঙ্গদেশৰ লগত চামিলকৰণৰ তেখেতে বিৰোধিতা কৰিলে। সেয়া আছিল ব্ৰিটিছ চৰকাৰে বহু সংখ্যক হিন্দু আৰু মুছলমান অধিবাসীৰ আধাৰত দেশখনক পুনৰ্গঠন কৰিবলৈ বিচৰা সময়। এই যোজনাৰ বিৰুদ্ধে শ্ৰীবৰদলৈতকৈ অইন কোনোৰে বেছি শক্তিশালী মাত মতা নাছিল। ফলস্বৰূপে মহাত্মা গান্ধীৰ সমৰ্থন আৰু এই আঁচনিৰ অইন বিৰোধী সকলৰ সহযোগত শেষত বৰদলৈ জয়ী হ'ল।

অসম গঢ়োঁতাসকলৰ ভিতৰত বুৰঞ্জীবিদসকলে শ্ৰীবৰদলৈক শ্ৰেষ্ঠ স্থান দিব। কিন্তু নিয়তিয়ে তেখেতক আপোন প্ৰিয় ৰাজ্যখনক সজাবলৈ বেছি দিন সময় নিদিলে, ফলত তেখেতে বিকাশৰ বাবে কেইটামান শক্তিশালী ভেটিহে স্থাপন কৰি গ'ল।

মহাত্মা গান্ধী আৰু চৰ্দাৰ পেটেলৰ লগত ওচৰ সম্পৰ্ক গঢ় লৈ উঠা বাবে তেখেতৰ দৃষ্টিকোণ হৈ পৰিছিল ব্যাপক আৰু ভাৰতৰ অন্য অংশৰ সমস্যা সম্বন্ধেও তেখেতে গম পাইছিল। এই পৃষ্ঠভূমিতে আপোন ৰাজ্যখনৰ সমস্যাৱলী স্পষ্টভাৱে চাব পাৰিছিল আৰু তাক সমাধান কৰাৰ উপায়ো বিচাৰি পাইছিল। কিন্তু হঠাতে মৃত্যুৱে তেখেতক আমাৰ মাজৰ পৰা কাঢ়ি লৈ গ'ল নহ'লে অসমৰ সমস্যাৱলীৰ সমাধানৰ ক্ষেত্ৰত তেখেতে অধিক স্পষ্ট প্ৰভাৱ এৰি যাব পাৰিলেহেঁতেন।

তেখেতৰ স্বভাৱ আছিল উদাৰ আৰু দৃষ্টিকোণ আছিল সহিষ্ণু আৰু বৰ সহানুভূতিৰে বিৰোধী মতকো বুজিছিল। ইয়াৰ দ্বাৰাই তেখেতে পালে গাম্ভীৰ্য আৰু অসমৰ ভৈয়াম অথবা পাহাৰী সকলো মানুহৰ ওপৰতে তেখেতৰ সমান প্ৰভাৱ পৰিল। তেখেতে জনতাক মৰম কৰিছিল আৰু জনতায়ো তেখেতক 'লোকপ্ৰিয়' বুলি সন্মান জনালে। ফলত তেখেতৰ বিয়োগত তেখেতে এৰি গ'ল— এক সজীৱ স্মৃতি, আৰু শক্তিশালী সহানুভূতিৰে ভৰা এক সহিষ্ণু ব্যক্তিত্ব।

মই অসমৰ ৰাজনীতিত প্ৰৱেশ কৰাৰ লগে লগে তেখেতৰ মনোভাব ওচৰৰ পৰা জনাৰ সুযোগ পালো। তেখেতে সদায় সকলোৰে কথা শুনি লৈছিল আৰু সমস্যাবোৰৰ বিচাৰ আৰু চিন্তা কৰি সমাধান কৰিছিল। জনতাৰ সেৱা কৰাৰ তেখেতৰ উৎকট ইচ্ছাৰ কথা মই জানিব পাৰিছিলো। তেখেতে নিজৰ ৰাজ্যখনত অইন বিকশিত ৰাজ্যৰ শাৰী পূৰোৱাটো তেখেতে বিচাৰিছিল। তেখেতে উন্নতি বিচাৰিছিল আৰু খুব তাৰাতাৰিকৈ। ৰাজহুৱা কাম সমাধা কৰাত তেখেতে কেতিয়াও কম শাৰীৰিক পৰিশ্ৰম কৰা নাছিল। যিদৰে সকলোৱে নিজৰ চিন্তা কৰে তেখেতো তাৰ ব্যতিক্ৰম নাছিল। সৌভাগ্যবশতঃ মই তেখেতৰ বিশ্বাসপাত্ৰ আছিলো সেয়ে তেখেতৰ কষ্ট আৰু চিন্তাৰ কথা কৈ বৰ শান্তি অনুভৱ কৰিছিল। যিহেতু আমি কংগ্ৰেছৰ পুৰণি সহকৰ্মী, সেয়ে তেখেতৰ চিন্তা আৰু কষ্টৰ অংশীদাৰ হৈ তেখেতৰ ভাৰাক্ৰান্ত মস্তিষ্কক সকাহ অলপ দিয়াৰ চেষ্টা কৰিছিলো। ব্যক্তিগত কথা-বতৰাৰে ঘনিষ্ঠ হ'লেও, তেখেতৰ বিশেষত্ব সুকীয়া যাৰ অমিত প্ৰভাৱ আমাৰ মানসত স্পষ্ট যে তেখেঁত ভাৰতৰ এজন মহান সন্তান।

# অসমৰ জাগ্ৰত প্ৰহৰী ঃ বৰদলৈ

ড° পৰ্ট্টভি সীতাৰ মৈয়া

আমি সদায় আমাৰ স্বৰ্গগত বন্ধুসকলক শোকপূৰ্ণ প্ৰসন্নতাৰে স্মৰণ কৰোঁ। মাতৃভূমিৰ মুক্তিৰ বাবে হোৱা সংঘৰ্ষত আমি একেলগে যুঁজিছিলো— ইয়াৰ স্মৃতিয়ে আমাক আনন্দ দিয়ে। কিন্তু দুঃখ হয় এই বাবেই যে আমি সেই সকল মিত্ৰৰ সৈতে সশৰীৰে লগ লাগিব নোৱাৰোঁ যিসকলে ৰাষ্ট্ৰোদ্ধাৰৰ কাৰ্যত সদায় একেলগে যুঁজিছিল।

গোপীনাথ বৰদলৈ দীৰ্ঘদেহী আৰু হাঁহিমুখীয়া ব্যক্তি আছিল। তেখেত অসম অথবা প্ৰাগজ্যোতিষপুৰৰ সেই সকলো সীমান্তীয় গুণেৰে পৰিপূৰ্ণ আছিল, যাৰ বিনম্ৰতা, শিষ্টাচাৰ আৰু কলাই বিশ্বখ্যিয়াতি ৰাখিছিল। এপিনৰ পৰা চালে অসমৰ ওপৰত বঙ্গদেশৰ প্ৰভাৱ আছে, তথাপি অসমৰ এক স্বতন্ত্ৰ বিশেষত্ব, সংস্কৃতি আৰু সভ্যতা বৰ্তমান। পূৰ্ণ স্বাস্থ্য পোৱাৰ আগতেই বেচাৰা বৰদলৈ ৰক্তচাপৰ গৰাহত পৰিল। তেখেত প্ৰায় ষাঠি বছৰীয়া হৈছিল, কিন্তু তেখেতৰ জীৱনৰ বেছিভাগ কালে বেমাৰৰ মাজতেই অতিবাহিত হ'ল। মই তেখেতক সোধাত তেখেতৰ সেই প্ৰভাৱশালী উত্তৰ শুনি মই অকণো আচৰিত নহ'লো যে সেই সময়ত তেখেতৰ ৰক্তচাপৰ ৰিডিং ২১২ আৰু ১১০ আছিল। এয়া অত্যন্ত আশ্চৰ্যৰ কথা— যাৰ ইমান বেছি ৰক্তচাপ সেইজন ব্যক্তিয়ে এলাহাবাদৰ সেই ভীষণ গৰমত ইমান ডাঙৰ বেমাৰ এটা লৈ এনে নিশ্চিত ভাৱে সাধাৰণভাৱে নিজ কৰ্তব্য পালন কৰি যায় যেন তেওঁ পূৰ্ণ সুস্থহে।

১৯৪৬ চনত কাম কৰা বহুতো কংগ্ৰেছীয়ে সম্ভৱতঃ এই কথা পাহৰি গৈছে যে যেতিয়া ব্ৰিটিছ মন্ত্ৰী মণ্ডলৰ মিছন অসমলৈ গৈছিল সেই সময়ত জনতাৰ অন্তৰ কিমান ব্যথিত হৈছিল। ভাৰতৰ বিধান পৰিষদ সম্বন্ধে যি আলাপ-আলোচনা চলি আছিল— অসমৰ ওপৰতে সেয়া সকলো নিৰ্ভৰ কৰিছিল। ছিলেট, কাছাৰ, বংগ আৰু অসমৰ মাজত ঘোৰ মতভেদ আছিল আৰু যন্ত্ৰণা তথা সংকট বঢ়াবলৈ পাকিস্তানে সেই অঞ্চলবোৰ কাঢ়ি ল'বলৈ আঁচনি পাতি আছিল। এসময়ততো এনে লাগিল যেন বেছি পোৱাৰ আশাত অসমক সূপকাষ্ঠত বলি চঢ়োৱা হ'ল। আলাপ-আলোচনাৰ সফলতা-বিফলতা অনিশ্চিততাৰ পিনে ঠেলি দিয়া হৈছিল আৰু সকলো কথা নিৰ্ভৰ কৰিছিল এই কথাত যে সমগ্ৰ ভাৰতৰ স্বাৰ্থৰ বাবে অসমীয়া ক্ষেত্ৰ খণ্ড পাকিস্তানত চামিল কৰা হওক। সেই সময়ত শ্ৰীবৰদলৈ সম্পূৰ্ণ শক্তিৰে ঠিয় দি ইয়াৰ ঘোৰ বিৰোধিতা কৰিলে— সমগ্ৰ ভাৰতৰ বাবে অসমক বলিদান কৰা নাযায়। সেয়ে বিধান পৰিষদ গঠনৰ

সম্ভাৱনা নিশ্চিতভাৱে কমি গ'ল। শ্ৰীবৰদলৈৰ তীব্ৰ বিৰোধে ভাৰতৰ হকে অসমক ৰক্ষা কৰিলে।

বৰদলৈৰ ব্যক্তিত্ব সম্পূৰ্ণ অহংকাৰশূন্য আছিল। বিনম্ৰতাৰ তেখেত আছিল প্ৰতিমূৰ্তি সদৃশ আৰু ইয়াৰে তেখেত মহাশক্তিৱান হৈছিল। প্ৰসন্নমুখ, হাস্যপ্ৰিয় স্বভাৱৰ ব্যক্তি আছিল তেখেত। এই স্বভাৱেই তেখেতক আগুৱাই যোৱাত সহায় কৰিছিল। ১৯৩৭ চনত নিৰ্বাচনৰ পাছত অসমত কংগ্ৰেছী মন্ত্ৰীসভা হ'ল আৰু তেখেত আগশাৰীলৈ আহিল। তেতিয়াৰে পৰা তেখেত কংগ্ৰেছৰ এটা ডাঙৰ স্তম্ভ। ব্ৰিটিছ কেবিনেট মিছন যেতিয়া অসমলৈ গ'ল— সেই সময়ত অসমৰ ৰাজনীতিত, তেখেতৰ নেতৃত্বই এক সুকীয়া স্থান গ্ৰহণ কৰিলে। তেখেতৰ অসাময়িক মৃত্যুৰ প্ৰধান কাৰণ আছিল এয়ে যে দেশখনৰ মংগলৰ নিমিত্তে নিজৰ স্বাস্থ্যক অলপো কেৰেপ কৰা নাছিল। অসম আৰু ভাৰতৰ বুৰঞ্জীত তেখেতৰ নাম চিৰস্মৰণীয় হৈ থাকিব। আৰু কিছু দিন জীয়াই থকা হ'লে তেখেতৰ লোকসেৱাৰ ক্ষেত্ৰ আৰু ব্যাপক হ'লহেঁতেন যিটো তেখেতৰ ৰুচি আৰু পচন্দৰ অনুকূল আছিল। কিন্তু পৰিতাপৰ কথা পৰমাত্মাই যাক ভাল পায় তাক তেওঁ লৈ যায় কেৱল তেখেতৰ মধুৰ স্মৃতি আৰু শ্ৰদ্ধাহে থয়— যাক কেৱল উৎকৃষ্ট সেৱাৰ দ্বাৰাহে চিৰকাললৈ ৰখাৰ শক্তি আমাৰ কাম্য।

# মুছলিম লীগ আৰু বৰদলৈ

শ্ৰীজগজীৱন ৰাম

প্ৰত্যেকখন প্ৰদেশ বা ৰাজ্যত কোনো এজন মহান নেতাৰ ব্যক্তিত্বৰ প্ৰভাৱ প্ৰায়ে থাকে। সেই গৰাকী নেতাৰ কাৰ্যাবলী আৰু ব্যক্তিত্বৰ লগত সেই ৰাজ্যৰ উত্থান-পতনৰ কাৰ্য-কৰণ সম্বন্ধ জড়িত হৈ পৰে। সেই মহান পুৰুষৰ জীৱনৰ ঘটনাবলীয়ে সেইখন ৰাজ্যৰ ইতিহাস হৈ পৰে। অসমৰ আধুনিক ইতিহাসত শ্ৰীগোপীনাথ বৰদলৈৰ ব্যক্তিত্বৰ এই চাপ পৰিছে। বেলেগ ৰাজ্য গঠিত হোৱাৰ লগে লগে অসমৰ সমস্যা বিশেষভাৱে জটিল হৈ পৰিল। চাহ বাগিচাৰ মালিক ইংৰাজসকলে অসমক সিহঁতৰ প্ৰভাৱ-ক্ষেত্ৰৰ ভিতৰত ধৰিছিল। তেওঁলোকৰ মহত্বাকাংক্ষা, সংখ্যালঘু মুছলমানৰ নীতি আৰু কেইবা লাখ জনজাতি আৰু পাহাৰী অধিবাসীৰ কাৰণে ১৯৩৭ চনৰে পৰা ই এখন সমস্যা প্ৰধান ৰাজ্য হৈ পৰিছিল। শ্ৰীবৰদলৈৰ নেতৃত্ব, তেখেতৰ ৰাজনৈতিক বিচক্ষণতা আৰু প্ৰতাপেহে এই ৰাজ্যখনক থান-বান হৈ যোৱাৰ পৰা ৰক্ষা কৰিছে।

১৯৪৬ চনত বাপুজীৰ অসম ভ্ৰমণৰ পাছৰ পৰাই বৰদলৈৰ দায়িত্বও বাঢ়িল। ৰাষ্ট্ৰপিতাই অসম ৰাজ্যৰ নিৰ্মাণৰ দায়িত্ব প্ৰত্যক্ষভাৱে তেখেতক সপিলে। ১৯৪৬ চনটো বৰদলৈৰ বাবে অগ্নি পৰীক্ষাৰ বছৰ। কাৰণ এইখন ৰাজ্য ব্ৰিটিছ কেবিনেট মিছনৰ আঁচনি অনুসৰি গ্ৰুপিং আঁচনি (কেইবাখনো ৰাজ্যক মিলাই এটা গোট কৰা ব্যৱস্থা)ৰ ভিতৰুৱা কৰিব খুজিছিল। বৰদলৈয়ে দেখিলে যে এই আঁচনি অনুসৰি অসম এখন সুকীয়া ৰাজ্য হৈ নাথাকিব। সেয়ে তেখেতে কেবিনেট মিছনৰ সদস্যক লগ ধৰিলে আৰু আঁচনিৰ পৰা হ'ব পৰা অন্যায়ৰ কথা বিৱৰি ক'লে। কিন্তু মিছনৰ সদস্য সকলে বৰদলৈৰ কথাত কাণ নিদিলে। বৰদলৈৰ অন্তৰ মাতৃভূমিৰ বাবে কান্দি উঠিল। চাৰিওপিনে তেখেতে অন্ধকাৰ দেখিলে। আনকি তেখেতৰ বহুতো পুৰণি কংগ্ৰেছী বন্ধুৱে তেখেতক ঠাট্টা কৰিবলৈ ধৰিলে। কিন্তু তথাপি তেখেতে সাহস নেৰিলে আৰু গ্ৰুপিং ক্লজ শেষ কৰিহে জিৰণি ল'ব বুলি তেখেতে প্ৰতিজ্ঞা কৰিলে। কেবিনেট মিছন যোজনা কেনেকৈ শেষ হ'ল, কেনেকৈ ভাৰত বিভাজন হ'ল এই কথা আজি সকলোৱে জানে। অসমক মুছলিম লীগৰ দূষিত ৰাজনীতিৰ পৰা কেৱল বৰদলৈয়েহে ৰক্ষা কৰিলে। নিঃসন্দেহে তেখেত আছিল অসমৰ ত্ৰাণকৰ্তা।

১৯৪৬ চনৰ নিৰ্বাচনত অসম বিধান সভাত কংগ্ৰেছে বহুমত পালে আৰু ববদলৈক মুখ্যমন্ত্ৰী পতা হ'ল। তেখেতে যি নীতি আৰু চতুৰতাৰে অসমৰ শাসন চলালে তাৰ ফলস্বৰূপে বিভাজনৰ পৰা ৰাজ্যখন ৰক্ষা পৰিল।

ৰাজনীতিৰ বাহিৰে অন্য ক্ষেত্ৰতো ববদলৈয়ে অসাধাৰণ প্ৰতিভাৰ পৰিচয় দিছিল। এজন সুলেখক হিচাবেও তেখেত আমাৰ মাজত পৰিচিত, ইতিহাস তেখেতৰ প্ৰিয় বিষয়। মৌলিক বিচাৰ আৰু প্ৰত্যক্ষ অভিব্যক্তি কৰিব পৰা শক্তিৰ বাবে তেখেত বিখ্যাত আছিল। পৰিশ্ৰমী আৰু ব্যৱহাৰকুশল শ্ৰীববদলৈৰ প্ৰায় সকলো সিদ্ধান্ত অভ্ৰান্ত আছিল। তেখেত নিৰ্ভীক আছিল।

# লোকপ্ৰিয় গোপীনাথ বৰদলৈ

**হেম বৰুৱা**

স্বাধীনতা ৰণত জঁপিয়াই পৰা ভাৰতীয় ৰাষ্ট্ৰনায়কসকলক আগতে দূৰৈৰ পৰা বৰ বৰ ফুলৰ মালা পিন্ধি ৰাজহুৱা সভাত বক্তৃতা দিয়া দেখিছিলো। সান্নিধ্যলৈ আহিবলৈ সুবিধা পোৱা নাছিলো। এইষাৰ কথা ভাৰতীয় প্ৰায়বোৰ নেতাৰ ক্ষেত্ৰতে খাটে। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াৰ ক্ষেত্ৰতো এইষাৰ কথা প্ৰয়োগ কৰিব পাৰি। এইজনাৰ সান্নিধ্যলৈ অহাৰ সুবিধা পাইছিলো বিয়াল্লিছ চনৰ জে'ল-জীৱনৰ জৰিয়তে। তাৰ পিছত পাইছিলো মানুহজন যেতিয়া অসমৰ প্ৰধানমন্ত্ৰী হয়, তেতিয়া। সেই সময়ত প্ৰদেশৰ প্ৰশাসনীয় গুৰিয়ালসকল মুখ্যমন্ত্ৰী বুলি জনাজাত নাছিল, সেইসকলক প্ৰধান মন্ত্ৰীহে বোলা হৈছিল। এই কাৰণেই লোকপ্ৰিয় বৰদলৈকো প্ৰধানমন্ত্ৰী বুলি জনা গৈছিল।

অসমখন এখন সমস্যাৰে ভৰপূৰ প্ৰদেশ। এনে এখন প্ৰদেশৰে লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়া প্ৰধানমন্ত্ৰী হৈছিল। সেই সময়ত ভাৰতলৈ ব্ৰিটিছ কেবিনেট মিছন আহিছিল। এওঁলোকে অসমকো মিষ্টাৰ জিন্নাৰ প্ৰস্তাৱ অনুসৰি গ্ৰুপিঙত অন্তৰ্ভুক্ত কৰিবলৈ বিচাৰিছিল। এই গ্ৰুপিঙৰ প্ৰস্তাৱে উখল-মাখলৰ সৃষ্টি কৰিছিল। দেশত প্ৰবল বিৰোধিতা হৈছিল। অসমৰ এই বিৰোধিতাৰ নেতৃত্ব কৰিছিল লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াই। ইয়েই এইজনাৰ জনপ্ৰিয়তাৰ সঁচাৰকাঠী। কংগ্ৰেছ ৱৰ্কিং কমিটিত এজন সৰ্বভাৰতীয় নেতাই যেতিয়া স্বাধীনতা পোৱাৰ আশাত গ্ৰুপিঙক সমৰ্থন জনাইছিল, তেতিয়া লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াই আমাৰ আগত এইজন নেতাক 'মূৰ্খ' বুলি অভিহিত কৰিছিল। গ্ৰুপিঙৰ বিৰোধিতা কৰি বৰদলৈ ডাঙৰীয়াই কেনেকৈ যুঁজিছিল, ই বুৰঞ্জীৰ এক মনোৰম অধ্যায়।

আমাৰ মনত আছে, বিৰাট এক শোভাযাত্ৰা তেখেতৰ কুকুৰমুতাৰ ঘৰ পাইছিলহি। সেই শোভাযাত্ৰাত আমাৰ নেতৃবৰ্গই বৰদলৈ ডাঙৰীয়াক কথাষাৰ বিতংভাৱে কৈছিল। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়ায়ো গ্ৰুপিং আৰু সৰ্বভাৰতীয় নেতৃবৰ্গৰ বিষয়ে আমাক ফঁহিয়াই কৈছিল।

অসমখন নানাবৰণীয়া জাতিৰে বুটা তোলা এখন দলিচা। এই সকলৰ মাজত সম্প্ৰীতিৰ ভাব দকৈ সিঁচি সমাজখনৰ নিৰাময় কৰিব পৰাৰ ওপৰতে বহুতখিনি

প্ৰশাসনীয় কৃতকাৰ্যতা নিৰ্ভৰ কৰে। অসমত বহুতো জনজাতীয় মানুহ আছে। এইসকলৰ মাজত ভৈয়ামৰ সৈতে ঐক্য স্থাপন কৰি মিলাপ্ৰীতি আনিব পৰাৰ ওপৰত দেশৰ নেতাস্বৰূপে বহুতখিনি কথা নিৰ্ভৰ কৰে। এই কাম আহোম ৰজাসকলে পাৰিছিল। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়ায়ো পাৰিছিল। ডাঙৰ ডাঙৰ কলাফুল আৰু চুটি নাকেৰে বৰদলৈ ডাঙৰীয়াক দেখিলে এজন পৰ্বতীয়া গাম যেন লাগিছিল। এই কাৰণেই মানুহজন জনজাতীয় সমাজত ইমান জনপ্ৰিয় আছিল। মানুহজনৰ মৃত্যুৰ বাতৰি শুনাৰ লগে লগে সমগ্ৰ জাতিটো জঁই পৰাৰ দৰে জনজাতীয় সমাজো জঁই পৰিছিল। সেইদিনা সকলোৱে ভাবিছিল, আজি দেশৰ কিবা অন্ধকাৰ যুগ। এই ভাব পোন্ধৰ আগষ্ট, বৰদলৈ ডাঙৰীয়াৰ আদ্যশ্ৰাদ্ধৰ দিনা অধিক প্ৰকট হয়।

লোকপ্ৰিয় বৰদলৈ এজন সম্পূৰ্ণ ব্যক্তি আছিল। ৰাজনীতিত থকা বহুতো মানুহে সঙ্গীত, অভিনয় বা খেল-ধেমালিৰ প্ৰতি কোনো অনুৰাগ নাৰাখে। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াই কিন্তু ৰাখিছিল। এইজনাই বিয়াল্লিছ চনৰ জে'ল জীৱনত গোৱা বৰগীত আজিও শ্ৰোতাৰ কাণত বাজি আছে। এখেতে অভিনয়ো কৰিছিল। কলেজত পঢ়াৰ দিনতে জুলিয়াছ চীজাৰৰ 'এন্টনি'ৰ ভাও লৈছিল। এইষাৰ কথা আমাক অধ্যাপক পি চি ৰয় মহোদয়ে অনাৰ্ছ শ্ৰেণীত কৈছিল। এইদৰে মানুহজনে মঞ্চত ঠাই পোৱাৰ উদাহৰণ বহুতো আছে। আগতে কৈছোঁ, মানুহজনৰ খেল-ধেমালিৰ প্ৰতি অনুৰাগ আছিল বুলি। কলেজত পঢ়ি থকা অৱস্থাতে মানুহজনে কলিকতাত ক্ৰিকেট খেলিছিল। প্ৰধানমন্ত্ৰী হৈ থাকোঁতেও বাতৰি কাকতখন হাতত পৰা মাত্ৰকে আগতে দিনৌ খেল-ধেমালিৰ পৃষ্ঠাটোহে চাইছিল। মানুহজনৰ মৃত্যুৰ পিছত 'ক্ৰিকেটিয়াৰ ইন্ পলিটিক্স' বোলা এটা প্ৰবন্ধ লিখি অমৃতবজাৰ পত্ৰিকাত প্ৰকাশ কৰিছিলো। এই প্ৰবন্ধটো বৰদলৈ ডাঙৰীয়াই চাই-চিতি দিছিল। তাত মই তেখেতক 'অকলশৰীয়া' বোলোঁতে দাঁতিত যোগ দিছিল, "অকলশৰীয়া সঁচা কথা, যদিও কংগ্ৰেছ অনুষ্ঠানক মই জীৱনজুৰি সেৱা কৰিছিলো।"

মানুহজন অল্পভাষী আছিল। অভিজ্ঞতাৰ পিনৰ পৰা মানুহজন পূৰঠ আছিল। সেই কাৰণে মানুহজনৰ সৈতে কথা পাতি ভাল লাগিছিল। সঁচা কথা, মানুহজনে মাজে মাজে গোজৰি উঠিছিল। সাগৰত গোজৰণি উঠিলেও ই যেনেকৈ প্ৰশান্ত, লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াও সেইদৰে প্ৰশান্ত আছিল। এই কাৰণেই মানুহজনক সকলো শ্ৰেণীৰ মানুহে ভাল পাইছিল আৰু শ্ৰদ্ধা কৰিছিল।

অসমৰ সমস্যা আৰু বৰদলৈৰ সমস্যা একে আছিল। এইজনাৰ কোনো ঘৰুৱা কথা নাছিল। এই কাৰণেই বৰদলৈৰ মৃত্যুৰ পিছত চৰ্দাৰ পেটেলে বৰদলৈৰ বিষয়ে এইদৰে কৈছিল ঃ

"It is difficult to think of Assam without Gopinath Bardoloi. He had identified himself with the interest of his State, and for years the political life had so much intermingled with his great personality that we had come to think of those two entities being always synonymous."

লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াই দাৰিদ্ৰ্য কি বস্তু জানিছিল। সেই কাৰণেই নিজৰ আদৰ্শৰ পৰা অকণো লৰচৰ নকৰাকৈ আছিল। এইজনাৰ বিশ্বাস আছিল অটল। আৰু এই কাৰণেই সম্ভৱতঃ লুটি-বাগৰ মানুহজনে মাৰিব নাজানিছিল। নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে লুটিবাগৰ মৰা মানুহক বৰদলৈ ডাঙৰীয়াই সমুলঞ্চে দেখিব নোৱাৰিছিল। মানুহজনে কেতিয়াও কাকো ব্যক্তিগত আলোচনাতো কটু সমালোচনা নকৰিছিল। এদিন এই বিষয়ে আলোচনা প্ৰসঙ্গত মানুহজনে লিন্ উটাঙৰ পৰা উদ্ধৃতি দি কৈছিল : "তুমি নিজে সেই অৱস্থাত পৰিলে ধীৰে সুস্থিৰে অন্যৰূপে ব্যৱহাৰ কৰিব পাৰিলেহে আনক নোৱাৰাৰ কাৰণে সমালোচনা কৰিবা।" মানুহজনৰ জীৱনাদৰ্শ গান্ধীজীৰ দৰ্শনে আৰু গীতা অধ্যয়নে সাঁচ দিছিল। নিজকে গান্ধীবাদী বুলি জয়ঢোল কোবাই ফুৰা বিধৰ নাছিল যদিও মানুহজন যে প্ৰকৃততে গান্ধী দৰ্শনৰ দ্বাৰা আপ্লুত হৈছিল, সেইবিষয়ে সন্দেহ নাই। এইজনাৰ দেশপ্ৰেম আৰু মানবপ্ৰেম, এই দুটা বস্তুৱে গঢ় দিছিল। মৃত্যুৰ কেইদিনমান আগতে বৰদলৈ ডাঙৰীয়াই সৰগৰ দুৱাৰমুখত গান্ধীজীয়ে যেন থিয় হৈ তেওঁক হাত বাউল দি মাতিছে-এই ধৰণেৰে সপোন দেখিছিল। এয়ে আদি আৰু এয়ে অন্ত। ইয়াৰ পিছত পাঁচ আগষ্ট তাৰিখে পুৱাই মানুহজনৰ মৃত্যুৰ বাতৰি গুৱাহাটী চহৰত বিয়পি পৰিল। তেখেতৰ উলুবাৰীৰ ঘৰ মানুহেৰে উপচি পৰিল। ক'তো বিৰ দি বাট পাবলৈ নোহোৱা হ'ল।

গান্ধীজীৰ প্ৰকৃত শিষ্য স্বৰূপে অসমৰ প্ৰধানমন্ত্ৰী হৈয়ে মানুহজনে কানি, বৰবিহ সমাজৰ পৰা নিৰ্মূল কৰিবলৈ যত্ন কৰিছিল। এইবিষয়ে বৰদলৈ ডাঙৰীয়াৰ গান্ধীজীৰ লগত হোৱা চিঠি-পত্ৰৰ আদান-প্ৰদান আত্মপ্ৰকাশক। এই চেষ্টাৰ ফলতেই আমাৰ সমাজৰ পৰা কানি খোৱা প্ৰচলন উঠি যায়।

সেইদৰে লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াৰ শিক্ষাৰ প্ৰতি আগ্ৰহো যথেষ্ট আছিল। বিশ্ববিদ্যালয়ৰ কাৰণে ধন সংগ্ৰহ কৰি ফুৰোঁতে মাজুলীত কেনেকৈ স্বৰ্গীয় মাধৱ বেজবৰুৱাৰ পৰা 'ছিনেট'ৰ অসমীয়া প্ৰতিশব্দ শিকি লৈ ব্যৱহাৰ কৰিছিল, সেই বিষয়ে সকলোৱে জানে। বৰদলৈ ডাঙৰীয়া গুৱাহাটীত বিশ্ববিদ্যালয় এটা স্থাপন কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। লগত কেইজনমান উদীয়মান ডেকাক লৈ বিশ্ববিদ্যালয়ৰ কাৰণে অৰ্থ সংগ্ৰহ কৰি ফুৰা কথাষাৰ আমি নিজে জানো। অসমৰ বিশ্ববিদ্যালয়ে কেনে ৰূপ লোৱা উচিত, সেই বিষয়েও মানুহজনৰ স্পষ্ট ধাৰণা আছিল। এই ধাৰণা

সভাই সমিতিয়ে বক্তৃতা দিওঁতে ব্যক্তও কৰিছিল। বিশ্ববিদ্যালয় এইজনাৰ মতে হ'ব লাগিব চহৰৰ কোলাহলৰ পৰা আঁতৰত। ইয়াৰ পৰিৱেশ হ'ব লাগিব শান্ত, স্নিগ্ধ আৰু নিৰ্জন। এই আদৰ্শ অনুসাৰে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হৈছে। কেৱল বিশ্ববিদ্যালয়েই নহয়, উচ্চ শিক্ষাৰ মাধ্যম আনবোৰ অনুষ্ঠানৰ কাৰণে মানুহজনে বৰ চেষ্টা কৰিছিল। বি বৰুৱা কলেজৰ কাৰণে আৰু অন্যান্য উচ্চশিক্ষাৰ অনুষ্ঠান গঢ়োতে মানুহজনে কেনেভাৱে যত্ন কৰিছিল, সকলোৱে জানে। আনকি অসমৰ প্ৰথম প্ৰধানমন্ত্ৰী হওঁতেও শিক্ষা বিভাগটো নিজৰ হাতত ৰাখিছিল।

এইদৰে সকলো ক্ষেত্ৰত অসমৰ সমস্যাসমূহৰ কথা চিন্তা কৰিছিল আৰু সমাধানৰ নিৰ্দেশো আগবঢ়াইছিল। অসমত থকা তেলকে আৰম্ভ কৰি শিল্পজাত বস্তুৰ কাৰণে কেঁচামাল বহুতো আছে। এইবোৰৰ উপযুক্ত প্ৰয়োগ কৰি অসমখন সমৃদ্ধিশালী কৰিবলৈ এইজনাই কেন্দ্ৰৰ ওচৰত প্ৰস্তাৱ দাঙি ধৰিছিল। সেইদৰে কাম কৰা হ'লে আজিৰ পেট্ৰলিয়াম আৰু ৰসায়নৰ মন্ত্ৰিত্ব কেন্দ্ৰৰ হাতত নাথাকিলেহেঁতেন প্ৰদেশৰ হাততহে থাকিলহেঁতেন। তেতিয়াহ'লে আজিৰ দৰে প্ৰদেশবোৰক স্বায়ত্ত শাসন দিয়া প্ৰশ্ন নুঠিলহেঁতেন।

কোনো কোনোৱে এইযাৰ কথাৰ বাবে লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াই ভাৰতৰ মানচিত্ৰখন ডোখৰ ডোখৰ কৰিব খুজিছিল বুলি কোৱা শুনিছোঁ। দকৈ ভাবি চাবলৈ গ'লে ইয়াৰ দ্বাৰা ভাৰতৰ সংহতি নষ্ট নহয়। ভাৰতৰ সংহতি ৰক্ষা কৰিবলৈ হ'লে আমি আন কিছুমান বস্তুৰ ওপৰত গুৰুত্ব দিব লাগিব। এইযাৰ কথা সকলোৱে জানে। গতিকে পুনৰ দোহাৰি প্ৰবন্ধৰ আকাৰ বঢ়াব খোজা নাই। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়া মানুহজন যেনে সৰল আছিল, তেনে সৰলতা তেওঁৰ সাজ-পাৰতো পৰিস্ফুট হৈছিল। মানুহজনে সদায়েই শুধবগা খদ্দৰৰ কাপোৰ পিন্ধিছিল। জাৰৰ দিনত সেইদৰে গাতো আছিল বগা চাদৰহে। ভৰিত আছিল বগা টেনিছ জোতা। মানুহজনক দেখিলে খেলুৱৈই যেন লাগিছিল। সঁচাকৈয়ে বৰদলৈ ডাঙৰীয়া ৰাজনীতিতো একপ্ৰকাৰ খেলুৱৈয়ে আছিল। খেলুৱৈৰ দৰে সৰলতা আৰু উদাৰতা। এই উদাৰতাই মানুহজনক মহত্ত্ব দিছিল। সেইকাৰণেই মানুহজনৰ মৃত্যুৰ দিনা দেশ জুৰি শ্ৰদ্ধাৰ নৈ বৈছিল।

লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়া জনপ্ৰিয়তা বিচাৰি হাঁমৰাও কাঢ়ি ফুৰা বিধৰ নাছিল। কামৰ জৰিয়তে যদি জনপ্ৰিয়তা আহিছিল, তেন্তে তেনে জনপ্ৰিয়তাক আকোৱালি লৈছিল। জনপ্ৰিয়তা বিচাৰি কোনো কামকে বৰদলৈ ডাঙৰীয়াই কৰা নাছিল। এইখিনিতে মোৰ ডক্তৰ জনছনৰ জীৱনী লেখক বছ্ৱেলৰ অতি মনোৰম কথা এফাঁকি মনত পৰিছে ঃ

"Popularity is a crime from the moment it is sought. It is only a virtue when men have it whether they will or no."

বৰদলৈৰ বিষয়ে সাক্ষাৎ প্ৰসঙ্গৰ জৰিয়তে বম্বেৰ বিখ্যাত সাংবাদিক তেলিয়াৰ খাঁই বৰ সুন্দৰ প্ৰবন্ধ এটা লিখিছে। এই প্ৰবন্ধটোও মানুহজনক 'অসম অৰণ্যৰ সিংহ' বুলি বৰ্ণাইছে। গ্ৰুপিঙৰ সময়ত এইজনাই যি সিংহবিক্ৰমৰ পৰিচয় দিলে, সেই পৰিচয়ে কেৱল অসমৰ মানুহকে নহয়, ভাৰতৰ মানুহকো তবধ মনাইছিল। এই কাৰণেই কবি চুইণবাৰ্ণৰ ভাষাতে মানুহজনৰ বিষয়ে ক'বলৈ মন গৈছে ঃ

"Have we not men with us royal
Men the masters of things?"

লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়া আজি আমাৰ মাজত নাই। এইজনাৰ সিংহবিক্ৰমে প্ৰত্যেকজন অসমীয়াকে ন্যায়ৰ কাৰণে যুঁজিবলৈ উদগনি যোগাব নিশ্চয়।

লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়া আমাৰ পৰ্বতীয়া জনজাতিৰ মাজত অশেষ জনপ্ৰিয় আছিল। ইয়াৰ ঘাই কাৰণ হৈছে মানুহজনৰ সংবেদনশীল আৰু সহানুভূতিশীল দৃষ্টিভঙ্গী। এইজনা আমাৰ সংবিধান ৰচনা কৰোঁতে সেই পৰিষদৰ পাহাৰী অঞ্চলৰ প্ৰতিনিধি আছিল। এইজনাই আগবঢ়োৱা পৰামৰ্শৱলী ভাৰতীয় পৰিষদে গ্ৰহণ কৰি সুদূৰপ্ৰসাৰী দৃষ্টিভঙ্গীৰ পৰিচয় দিছে। এইজনা অসমৰ সমস্যাসমূহ দিল্লীত উত্থাপন কৰাৰ ক্ষেত্ৰত সিদ্ধহস্ত আছিল। এইকাৰণে কোনো কোনো সময়ত মিষ্টাৰ নেহৰুৰ সৈতে মতানৈক্যও হৈছিল। সেইবুলি এই মতানৈক্য খন্তেকীয়া।

# “গান্ধী ৰজা পাবনে, বৰদলৈ ৰজা পাব”

শ্ৰী তপন কুমাৰ মজিন্দাৰ বৰুৱা

১৯৫২ চনৰ কথা।

তেতিয়াৰ ‘নেফা’ (আজিকালিৰ অৰুণাচল প্ৰদেশ) আমাৰ ভৈয়ামৰ মানুহৰ বাবে আছিল অজান্তিমূলক। আছিল অগম্য। আজিকালিৰ বাট-পথৰ সা-সুবিধা, আৰু যান-বাহনৰ প্ৰাচুৰ্যৰ কথা, সেই কালত আছিল মানুহৰ সপোনৰো অগোচৰ।

বছৰৰ খৰালি দিন কেইটাত পৰ্বতৰ পৰা ভৈয়ামৰ শদিয়া, চাৰিদুৱাৰ আদি বিভিন্ন হাটলৈ পৰ্বতীয়া লোকসকল নামে। খেনোৱে লগত আনে দুৰ্লভ কস্তুৰী, মিচিমি তিতা ইত্যাদি। ভৈয়ামৰ হাটত তেওঁলোকে বেচা-কিনা কৰি বাৰিষা নমাৰ আগে আগে, তেওঁলোকৰ লাগতিয়াল বয়-বস্তু, খেতি কৰাৰ লোহাৰ সা-সঁজুলি, সূতা আদি লৈ পুনৰ পৰ্বতলৈ উভতি যায়।

শ্বিলঙৰ ৰাজভৱনলৈ মাতি নি তেতিয়াৰ ৰাজ্যপাল জয়ৰাম দাস দৌলতৰামে মোক কৈছিল— “তহঁত ভেকা ল’ৰাহঁত যদি নেফালৈ নাযাব, তেনে কোন যাব। ভৈয়ামত চাকৰি কৰাত কোনো উন্মাদনা নাই, এড্‌ভেঞ্চাৰ নাই। তই তেজুলৈ যা। সেইখন ‘এঞ্জেলৰ’ দেশ, অপ্সৰা দেশ। তাত প্ৰাচুৰ্য পাবি, খাঁটি মানুহৰ লগ পাবি।”

কেতিয়াও নেদেখা, কোনো কালে নুশুনা ঠাই এখনলৈ যোৱাৰ উন্মাদনাই মোক তেজু পোৱালেহি।

ৰূপৰ পাইপেৰে (ব্ৰাতু) ধপাত হোপা, মূৰত পাগুৰি আৰু গাত ফুলাম চোলা পিন্ধা মিচিমি পুৰুষ আৰু কপালত ৰূপৰ কপালী (কাবাং) পিন্ধা, গাত হ্লাতে বোৱা ফুলবছা বাৰেবৰণীয়া কাপোৰ লোৱা, তেজগোৰা মিচিমি গাভৰুহঁতক দেখি তেওঁলোকক মোৰ ‘এঞ্জেল’ যেনেই লাগিল। মই অনুভৱ কৰিছিলো— সভ্যতাৰ পোহৰ নপৰা এই ধুনীয়া ঠাইখনৰ মানুহবোৰ বৰ সৰল, তেওঁলোকৰ জীৱন ধাৰাও নিজস্ব গীত মাতৰ দৰেই ছন্দময় আৰু বিতোপন।

তেজুলৈ আহি, বিয়া নকৰোৱা অফিচাৰ বুলি থাকিবলৈ ঠাই পালো জেঙুপাতৰ চাল দিয়া বেৰেকৰ কোঠা এটাত। শুবলৈ বুলি বাঁহৰ চাং এখন আৰু আসাম ৰাইফলচ্‌ কেম্পৰ পৰা খুজি অনা পেকিং বাকচ দুটামান হ’ল মোৰ চকী-মেজ। ফল-মূল, মাছ-মঙহ পোৱাটো দূৰৈৰ কথা, খাবলৈ চাউল, ডাইল আৰু নিমখকণৰ বাবে তেতিয়া আমি ‘এয়াৰ ড্ৰপিং’ৰ ওপৰত নিৰ্ভৰ কৰিব লগাত পৰিছিলো।

সেই বছৰৰ স্বাধীনতা দিৱসটোৰ আয়োজন আমি বৰ উলহ মালহেৰে কৰিছিলো। ৰাতিৰ 'খানা' আৰু 'পিনা'ৰ লগতে আসাম ৰাইফলচ্ৰ বেণ্ড বজোৱা আৰু আদি (আবৰ) সকলৰ পনুঙু নাচৰ আয়োজন কৰিছিলো আসাম ৰাইফলচ্ৰ কৰ্ণেল শ্ৰীনিবাসনৰ ঘৰত। আদি সকলৰ পনুঙু হল এজন গায়কৰ (যাক মিৰি বোলা হয়) পৰিচালনাত হোৱা গাভৰু ছোৱালীহঁতৰ নাচ, য'ত ছোৱালীহঁতে গায়কক ঘূৰণীয়াকৈ বেৰি লৈ, অথবা শাৰী পাতি, গায়কে লগাই দিয়া গীতৰ প্ৰথম শাৰীটো গায় আৰু তালে তালে সকলোৱে নিৰ্দিষ্ট ভঙ্গীত নাচে।

এবাৰ মিৰিয়ে গীত জুৰিলে—

"অ' ৰজা পাবনে—
গান্ধী ৰজা পাবনে—
গান্ধী ৰজা পাবনে
বৰদলৈ ৰজা পাবনে—"

লগে লগে, ছোৱালীহঁতেও নাচোনৰ তালে তালে গীতটো দোহাৰিলে। পনুঙু নাচ ৰাতি দোভাগলৈকে চলিল। মোৰ মনৰ প্ৰশ্ন হ'ল— এওঁলোকে বৰদলৈক দেখাও নাই, এওঁলোকক বৰদলৈৰ বিষয়ে কোনেও একো কোৱা নাই। এনে স্থলত বৰদলৈ কেনেকৈ এওঁলোকৰ ইমান শ্ৰদ্ধাভাজন হৈ এওঁলোকৰ লোকগীতত স্থান পালে।

মোৰ প্ৰশ্নৰ উত্তৰ মই পাইছিলো, মোৰ পঁয়ত্ৰিছ বছৰীয়া চাকৰি জীৱনত, অৰুণাচল প্ৰদেশৰ বিভিন্ন ঠাই ভ্ৰমি ফুৰোঁতে, বৰদলৈৰ বিষয়ে জনা আৰু তেখেতক শ্ৰদ্ধাৰে সুঁৱৰা বহুতো জনজাতীয় বুঢ়া-মেথাৰ মই সান্নিধ্যলৈ আহিছিলো আৰু তেওঁলোকেই বৰদলৈৰ বিষয়ে কৈছিল।

বিয়াল্লিছ চনৰ স্বাধীনতা আন্দোলনৰ দুটা-এটা ঘটনা ইকাণ-সিকাণ হৈ আবৰ পাহাৰৰ এতিয়াৰ (চিয়াং জিলা) অধিবাসী মিনয়ং, পাদাম্ আৰু গালংসকলৰ কাণত পৰিছিলগৈ। ব্ৰিটিছ চৰকাৰে জনজাতীয় অঞ্চলত চলোৱা এঘৰীয়া কৰি ৰখাৰ নীতিয়ে (Policy of isolation) অসমৰ উত্তৰ-পূব সীমান্ত অঞ্চলত বাট, পথ, শিক্ষাৰ প্ৰসাৰতাকে ধৰি আন কোনো উন্নয়নমূলক কাম হ'বলৈ নিদিলে। জনজাতীয় লোকসকলে এই কথাটো বাৰুকৈয়ে উপলব্ধি কৰিছিল। স্বাধীনতা আন্দোলনৰ বিষয়ে তেওঁলোকে ধাৰণা কৰিছিল যে ব্ৰিটিছৰাজ যাব, আৰু তাৰ ঠাইত কংগ্ৰেছৰাজ প্ৰতিষ্ঠা হ'ব। তেওঁলোকে ভাবিছিল যে দেশত কংগ্ৰেছৰাজ হ'লে তেওঁলোকলৈ সুদিন আহিব।

ব্ৰিটিছ ৰাজত্বৰ ঠাইত কংগ্ৰেছ্ ৰাজ প্ৰতিষ্ঠা কৰি নিজৰ উন্নয়ন সাধিবলৈ চিন্তা কৰা উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতীয় লোকসকলৰ ভিতৰত্ত তেতিয়াৰ আবৰ

পাহাৰৰ (এতিয়াৰ চিয়াং জিলা) বাগৰা গাঁৱৰ লিগিন্ বমজেন, কোড়ে বাগৰা, গোটা বাগৰা, মকোম বাগৰা, দাৰিং গাঁৱৰ মোজে ৰিবা আৰু মিজি ৰিবা আৰু দেগো গাঁৱৰ পিন্তেম ললেঙ্ আদিয়েই অন্যতম ব্যক্তি আছিল। শুনা মতে, এওঁলোকৰ লিগিন বমজেনে তিনিচুকীয়ালৈ গান্ধীজী আহোঁতে গান্ধীজীক দেখা পায় আৰু তেওঁৰ প্ৰতি আকৃষ্ট হয়, মোজেৰিবাৰ পৰামৰ্শমতে এওঁলোকে একমত হৈ আবৰ পাহাৰত পোনতে কংগ্ৰেছ পাৰ্টি প্ৰতিষ্ঠা কৰে।

কংগ্ৰেছৰ নীতি আৰু কাৰ্যপন্থাৰ বিষয়ে বুজ ল'বলৈ মোজে ৰিবাই গোপীনাথ বৰদলৈদেৱক গোপনে লগ ধৰেগৈ আৰু তেখেতৰ ঘৰতে থাকি তেখেতৰ সৈতে সুদীৰ্ঘ আলোচনা কৰে। বৰদলৈদেৱে সঠিকভাৱে অনুভৱ কৰিছিল, যে উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতীয় লোকসকলৰ ঘাই সমস্যা হ'ল তেওঁলোকৰ নিৰক্ষৰতা, আৰু দ্বিতীয়তে, তেওঁলোকৰ অঞ্চলত সুগম বাট-পথ নোহোৱাটো, তেখেতৰ মোজে ৰিবাক কংগ্ৰেছৰ আদৰ্শ আৰু গঠনমূলক কাৰ্য আঁচনিৰ বিষয়ে খৰচি মাৰি বুজাই দিয়ে আৰু সেইমতে, কাম কৰিবলৈ অনুপ্ৰাণিত কৰে। তেখেতৰ দিহামতে মোজে ৰিবাই ডিব্ৰুগড় জিলা কংগ্ৰেছৰ ছেক্ৰেটেৰী শ্ৰীললিত হাজৰিকাক লগ ধৰেহি। হাজৰিকায়ো মোজে ৰিবাক কথা-বাৰ্তাৰে যথেষ্ট উৎসাহিত কৰে আৰু জনজাতীয় ৰাইজৰ মাজত কংগ্ৰেছৰ আদৰ্শৰ বিষয়ে প্ৰচাৰ কাৰ্য চলাবলৈ পৰামৰ্শ দিয়ে।

মোজে ৰিবাই বাগৰা গাঁৱলৈ উভতি আহি ওচৰ চুবুৰীয়া গাঁওসমূহত, বৰদলৈ আৰু হাজৰিকাক লগ ধৰাৰ কথা আৰু ব্ৰিটিছে এই দেশ এৰি যোৱাৰ নিশ্চয়তাৰ কথা জনায়হি। লগে লগে, দিপা নামৰ ঠাই এখন দিপানগৰ বুলি নামকৰণ কৰি তাত এখন বিৰাট ৰাজহুৱা সভাৰ (কংগ্ৰেছ কেবাং) আয়োজন কৰে।

দিপানগৰৰ সভাত তেওঁলোকে প্ৰধানকৈ দুটা প্ৰস্তাৱ গ্ৰহণ কৰে।

প্ৰথমে, দাৰিং, দিপা আৰু আন গাঁওসমূহক সংযোগ কৰি গাঁওবাসীৰ শ্ৰমদানেৰে এটা ৰাস্তা সজা আৰু দ্বিতীয়তে, অঞ্চলটোৰ ল'ৰা-ছোৱালীৰ শিক্ষালাভৰ বাবে দাৰিং অথবা দিপাগাঁৱত এটা প্ৰাথমিক বিদ্যালয় স্থাপন কৰা।

বৰদলৈদেৱৰ প্ৰেৰণা আৰু ৰাইজৰ অত্যুৎসাহৰ ফলস্বৰূপে, আন আন গাঁও সমূহতো কংগ্ৰেছৰ জাতীয় পতাকা উৰুৱা হ'ল, গাঁৱে গাঁৱে 'গাঁও কমিটি' গঠন কৰা হ'ল, আৰু আবৰ পাহাৰৰ গালং অঞ্চলৰ দিপাগাঁৱত পোন প্ৰথম প্ৰাইমাৰী বিদ্যালয়খনৰ প্ৰতিষ্ঠা হ'ল।

শ্ৰীদুলাল হাজৰিকা নামৰ এজন ডেকা একনিষ্ঠ দেশসেৱকে সেই স্কুলখনৰ শিক্ষকতাৰ ভাৰ ল'লে।

শদিয়া ফ্ৰন্টিয়াৰ ট্ৰেক্ত অঞ্চলৰ সেই সময়ৰ ব্ৰিটিছ পলিটিকেল অফিচাৰ পিটাৰ

জেমছে দিপাগাঁৱত স্কুল পতা আৰু আবৰ পাহাৰ অঞ্চলত চলোৱা কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰিলে। তেনে এটা পৰিস্থিতিত, লিগিন, মোজে ৰিবা, মিজি ৰিবা আৰু তেওঁলোকৰ অনুগামী কেইজনমানে পলাতক অৱস্থাত থাকিব লগা হ'ল। সেয়েই তেওঁলোকে দিপাগাঁৱত এখন কেবাং পাতি, অঞ্চলটোৰ পৰিস্থিতিৰ বিষয়ে বৰদলৈক জনাবলৈ সিদ্ধান্ত ল'লে।

মোজে ৰিবাই ৰাতি ৰাতি খোজকাঢ়ি গৈ ডিব্ৰুগড় ওলালগৈ আৰু তাৰ পৰা শিৱসাগৰলৈ গৈ তাত বৰদলৈক লগ ধৰি সকলো কথা বিবৰি ক'লেগৈ। বৰদলৈয়ে শদিয়ালৈ বুলি আহিছিলেই। তেখেতে শদিয়া পাই, তাত আবৰ (আদি), মিচিমি, খামটি আৰু আন আন জনজাতীয় ৰাইজৰ সৈতে, সেই অঞ্চলৰ বিভিন্ন সমস্যা, জনজাতীয় সকলৰ উন্নয়নৰ হকে প্ৰৱৰ্তন কৰিব পৰা বিভিন্ন আঁচনি আৰু কংগ্ৰেছৰ নীতিৰ বিষয়ে বহুলভাৱে আলোচনা কৰে।

দেশত ব্ৰিটিছৰ শাসনৰ অন্ত পৰিল যদিও বগা চাহাব কুচক্ৰী পিটাৰ জেমছে আবৰ পাহাৰৰ কংগ্ৰেছ অনুষ্ঠানটো ভাঙিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। শেষ চেষ্টা হিচাপে পিটাৰ জেমছে মনেসজা কিছুমান গোচৰত অভিযুক্ত কৰি, ডাৰিং গাঁৱত মোজে ৰিবা আৰু ভালে কেইজন কংগ্ৰেছ কৰ্মীক গ্ৰেপ্তাৰ কৰি পাছিঘাট জে'লত থোৱালে। লিগিন পলাই সাৰিল আৰু ৰাতিয়েই গৈ চৈখোৱা ঘাট পালেগৈ। শদিয়ালৈ টুৰত অহা তেতিয়াৰ ৰাজ্যপাল ছাৰ আকবৰ হায়দৰীক লিগিনে লগ ধৰি, জেমছৰ অতপালিৰ কথা সকলো বিবৰি ক'লে। লিগিনিৰ কথাত পতিয়ন গৈ ৰাজ্যপাল হায়দৰীয়ে বন্দীসকলক খালাচ দিবলৈ বুলি জেমছলৈ আদেশ পঠালে। কিন্তু জেমছে সেই আদেশ পালন কৰিবলৈ গাফিলতি দেখুৱাত লিগিনে শ্বিলঙলৈ গৈ বৰদলৈক লগ ধৰিলেগৈ। বৰদলৈয়ে পঠোৱা কাঢ়া আদেশ পাই জেমছ লৰিল আৰু সকলো কেইজন বন্দীক মুকলি কৰি দিলে। অনতিপলমে জেমছেও নিজৰ চাকৰি ইস্তফা দি বিলাতলৈ উভতি গ'ল।

গোপীনাথ বৰদলৈৰ সমসাময়িক, তেখেতক জনা অৰুণাচলৰ জনজাতীয় লোকসকলৰ ধাৰণাত, তেখেত আছিল অতি শ্ৰদ্ধা ভাজন, জনকল্যাণকামী আৰু জন সত্যাশ্ৰয়ী পুৰুষ। পঞ্চাছৰ শেষ দশকৰ ফালে তেতিয়াৰ নেফা চৰকাৰে কেইবালাখ টকা খৰচ কৰি তেজুত জনজাতীয় মিউজিয়াম, আৰু জিলা পুথিভঁড়ালটো সাঙুৰি এটা সাংস্কৃতিক গৱেষণা কেন্দ্ৰ প্ৰতিষ্ঠা কৰে। কেন্দ্ৰটোৰ উদ্বোধান কৰিছিল ৰাজ্যপালৰ উপদেষ্টা শ্ৰীএন কে ৰুষ্টমজীয়ে, সেই অনুষ্ঠানত ভাগ লোৱা গোৰা মাৰ্টিন; জামিন পাৰ্টিন, থাব্ৰু তায়েং, ইতাপুলু প্ৰমুখ্যে কেন্দ্ৰটোৰ নাম— 'লোকপ্ৰিয় গোপীনাথ বৰদলৈ মেমৰিয়েল কালচাৰেল চেণ্টাৰ' ৰখাটো অনুমোদন কৰে। গোৰা পাৰ্টিনে উদ্বোধনী

অনুষ্ঠানত কৈছিল— "বৰদলৈক আমি জানো। তেখেত আমাৰ নিজৰ (আপোন) মানুহ। আমাৰ পাছত ল'ৰাহতে যাতে তেখেতক জানে, তাৰ বাবে কেন্দ্ৰটো বৰদলৈৰ নামেৰে হওক।"

শ্ৰীৰুষ্টমজীয়ে তেওঁলোকৰ অনুমোদনক্ৰমে সাংস্কৃতিক কেন্দ্ৰটো বৰদলৈৰ নামত উচৰ্গা কৰিলে আৰু সেই মৰ্মে, কেন্দ্ৰটোৰ 'ভিজিটৰছ বুকৰ' প্ৰথম পৃষ্ঠাত কেন্দ্ৰটোৰ নাম লোকপ্ৰিয় বৰদলৈৰ নামেৰে নামকৰণ কৰা হ'ল বুলি লিখি থৈ গ'ল।

১৯৫৪ চনৰ কথা। চাকৰিত সোমোৱাৰ দুবছৰৰ পাছৰ কথা। শ্বিলঙৰ পৰা আদেশ পালো— ডিবাং ভেলীৰ উত্তৰলৈ, শেষ গাঁওখনলৈকে টুৰত যাব লাগে। সেই সময়ত ডিবাং ভেলীৰ উত্তৰ অঞ্চলটো প্ৰশাসনৰ বহিৰ্ভূত হিচাপে আছিল। তেতিয়াৰ দিনত ডিবাং ভেলীৰ অধিবাসী ইডু (চুলিকটা) মিচিমিসকলক বৰ একাচেকা বুলি ভবা হৈছিল। গোটেই উত্তৰ-পূব সীমান্ত অঞ্চলৰ ভিতৰত বোধকৰোঁ ডিবাং ভেলীয়েই অগম্য। টুৰত যোৱাৰ পথত ৰাতি কটাবলৈ ক'তো এটা জুপুৰি নাই। দিনৰ দিনটো পাহাৰ বগাই, সন্ধিয়া য'তে পানীৰ উহ দেখা গাঁও তাতে বিছনা খুলিব লাগে, একেবাৰে মুকলি আকাশৰ তলত।

ৰইঙুই হ'ল ইদু মিচিমিসকলৰ প্ৰথম ডাঙৰ গাঁও য'ৰ পৰা ডিবাংভেলী আৰম্ভ হৈছে।

ৰইঙুৰ কুমচ' মিথিৰ নাম তেজুতেই শুনিছিলো, যিজন সকলোৰে মাজত 'নাবা' (পিতা) বুলি জনাজাত। সৰুফুটীয়া, ক্ষীণ মানুহজনৰ গাত বয়সৰ চাপ পৰিছে। তেওঁৰ চাংঘৰলৈ সোমোৱা ছিৰিদালৰ ওচৰত ঠিয় দিওঁতেই নাবাই মুখৰ মৰম সনা হাঁহিটোৰে সৈতে ভিতৰলৈ আদৰি নিলে। এজন গৱেষণাবিষয়া বুলি চিনাকি দিয়াত তেওঁ মোক ক'লে "চাহাব, আমাৰ ভাল কথাও লিখিবি আৰু বেয়াটোক কেনেকৈ গুচাব পাৰি সেই কথাটোও লিখিবি। তেহে মানুহৰ লাভ হ'ব। বিছনাৰ শিতানত সজাই থোৱা বৰদলৈৰ সৰু ফটো এখন দেখি, ফটোখন ক'ত পালে বুলি সোধাত, উত্তৰত তেওঁ ক'লে বৰদলৈ শদিয়ালৈ আহোঁতে 'বিচুৰা কেএলাই' (বিশ্বনাথ শৰ্মা) ফটোখন তুলি দিছিল।

কুমচ্' নাবাই মোক বৰদলৈৰ বিষয়ে কৈছিল— "চাহাব, ডাঙৰ মানুহ কোন, জাননে? মোৰ হিচাবত যাৰ এটা ডাঙৰ মন আছে, আৰু যি সদায় আনৰ ভাল কৰিবলৈ চিন্তা কৰে সিহে ডাঙৰ মানুহ। বৰদলৈটো খুব ডাঙৰ মানুহ, একেবাৰে খিন্যুম (ভগবান) লেখিয়া, ভগবানে সকলো দিয়ে, নিজে কিন্তু একো নলয়, বৰদলৈয়ে মানুহৰ ভাল হোৱাটো খুব চিন্তা কৰিছিল। তেওঁ শদিয়ালৈ আহি আমাৰ সৈতে তিনিদিন একেলগে বহি আলোচনা কৰিছিল— কি কৰিলে আমাৰ উন্নতি হ'ব।"

কুমচ' নাবাই এবাৰ কথা কৈছিল— "খঙাল মানুহক বশ কৰিবলৈ হাতত দা বন্দুক ল'বৰ প্ৰয়োজন নাই। তাক বন্ধু হিচাপে লৈ, মৰমেৰে চাব লাগিব আৰু তাৰ

মনৰ কথাটো বুজিব পাৰিব লাগিব।” গান্ধীয়ে কোৱা এই কথাষাৰ তেওঁ হেনো বৰদলৈৰ পৰা শুনিছিল।

কুমচ' মিথি সেই সময়ৰ পলিটিকেল জামাদাৰ আছিল। এটা সংবেদনশীল আৰু মানৱপ্ৰেমী মনেৰে তেওঁক আৰোপিত কৰা জনজাতীয় গোচৰসমূহৰ মীমাংসা কৰি তেওঁ দুয়োপক্ষকে সুখী কৰিছিল।

বৰদলৈৰ সান্নিধ্যই কুমচ' মিথিক মানুহৰ কল্যাণ কামনা কৰিবলৈ, মানুহৰ ভালৰ বাবে কাম কৰিবলৈ আৰু প্ৰতিপক্ষৰ খণ্ডক প্ৰেমেৰে জয় কৰিবলৈ প্ৰভাৱিত কৰিলে। সেয়েই মানুহৰ মনৰ মাজত, কুমচ' মিথি আজিও 'কুমচ' নাবা।

১৯৫৭ চন।

প্ৰায় এমাহ জোৰা এটা দীঘলীয়া টুৰত মোৰ 'বছ' ডক্তৰ ভেৰিয়াৰ এলিউনৰ লগত টিৰাপ সীমান্তৰ একেবাৰে প্ৰশাসনৰ বহিৰ্ভূত অঞ্চললৈ যাব লগাত পৰিলো। আমি ৱাঞ্চু বসতি অঞ্চলৰ মূল গাঁওবিলাকৰ মাজেদি গৈ পাংচু পাচ্ হৈ চাঙ লাঙত ওলাইছিলোগৈ। বৰহাট আৰু সাপেখাটিৰ হাটলৈ প্ৰায়েই অহা, মুখত আৰু বুকুত ক'লা ক'লা আঁকেৰে 'টাটু' কৰা ৱাঞ্চুসকলক তেতিয়াৰ দিনত মূৰ কটা নগা বুলি অভিহিত কৰিছিল। তেওঁলোকৰ মাজত সৌ সিদিনা পোন্ধৰ-বিছ বছৰ আগলৈকে মানুহৰ মূৰ কটা প্ৰথা প্ৰচলিত আছিল। তেওঁলোকৰ সমূহ গাঁৱৰ একো একোজন বংশানুক্ৰমে হোৱা ৰজা (ৱাংহাম) থাকে, যাৰ ইচ্ছা মতেই গাঁৱৰ শাসনকাৰ্য চলে। ৱাঞ্চু সকলৰ নিনু, পংচাউ ৰুচা, ন্যানু আৰু বানফেৰাৰ (জুনু) ৰজাসকল হ'ল প্ৰভাৱশালী আৰু লেখত ল'বলগীয়া।

সভ্যতাৰ পোহৰ নপৰা আৰু অগম্য এই অঞ্চলটোত তেতিয়া মাথোন প্ৰশাসনৰ আৰম্ভণিহে হৈছে। দিনটো বাট বুলি যেতিয়া নিনু গাঁও পালোহি তেতিয়া সাঁজ লাগিছিল। মনত উৎকণ্ঠা আৰু গভীৰ সংশয় লৈ আমি গাঁও সুমাইছিলো। ভয়ৰ কথাই। কাৰণ ১৮৭৫ চনত এই গাঁৱৰ মানুহে লেফটেনাণ্ট হলকুম্ব চাহাবক আৰু তেওঁৰ লগৰ আশীজন চিপাহীক গাঁৱৰ ভিতৰতে অতৰ্কিতে কচুকটা দিছিল।

নিনুৰ ৰজাই আমাৰ কাৰণে কৰা আয়োজন অনুসৰি ডক্তৰ এলিউন আৰু মই ৰজা মৰঙত (বাংহাম-পা) আশ্ৰয় ল'লো। চকুৰ পটা নেপেলোৱাকৈ পাৰ কৰা সেই ৰাতিটোৰ অভিজ্ঞতাৰ কথা মোৰ সদায় মনত থাকিব। ওচৰা-উচৰিকৈ কেম্পখাটত আমি দুয়ো শুইছোঁ, কিন্তু নিশ্বাসৰ শব্দ কৰিবলৈয়ো আমাৰ ভয় লাগিছে। বাৰে বাৰে মনলৈ আহে গাঁৱৰ কোনোবা যেন আহিছে আমাৰ ডিঙিত ঘাপ বহুৱাবলৈ। আমাৰ চাৰিওকাষে মৰঙৰ বেৰত শ শ মানুহৰ কটা মূৰৰ লাওখোলা শাৰী পাতি ওলোমাই থোৱা আছে। ৰাতি লেমৰ পোহৰত সেই দৃশ্য যে ইমান ভয়াবহ তাক বৰ্ণাব নোৱাৰি।

পাছদিনা পুৱা ৰজাই আমাৰ দুয়োকে তেওঁৰ ঘৰলৈ মাতি নি বহুৱালে। এটা হাতীখুজীয়া কাঁহৰ বাটিত লাওপানী।

এনেকৈ আমাৰ মাজত বাটিটো কেইবাবাৰো ঘূৰিল। এইটো ৰাঙ্খু সকলৰ মাজত সম্প্ৰীতি স্থাপনৰ নিয়ম।

লাওপানীৰ বাটি চলি থকাৰ সময়তে, ডক্তৰ এলিউনে মোৰ যোগে ৰজাক সুধিলে, চৰকাৰৰ ফালৰ পৰা তেওঁ কি পাবলৈ বিচাৰে। তপৰাই ৰজাই উত্তৰত ক'লে যে তেওঁলোকক এখন স্কুল লাগে। ৰজাৰ উত্তৰ শুনি মোৰ মনলৈ আহিল— যি সকলে এতিয়াও মানুহৰ মূৰ কাটিবলৈ এৰা নাই, তেওঁলোকৰ মাজলৈ কোনে স্কুল পাতি ল'ৰা পঢ়াবলৈ আহিব। মনৰ ভাব মনতে ৰাখি ৰজাক মই সুধিলো— স্কুলেৰে তেওঁ কি কৰিব বুলি। ৰজাৰ মাত-কথা বৰ হুটা। হুটা মাতটোৰে ৰজাই উত্তৰ দিলে— "গাঁৱত স্কুল হ'লে ল'ৰা-ছোৱালীবোৰ মানুহ হ'ব। আমাৰ ভাল হ'ব। কে'লেই তইঁতৰ বৰদলৈটোৱেও দেখোন এই কথা কৈছে, শুনা নাই?"

নিজৰ গাঁওখনৰ পৰা কোনো কালে বাহিৰলৈ নোযোৱা, ইমান ভিতৰুৱা গাঁও এখনৰ ৰজাই বৰদলৈৰ নাম লোৱা দেখি মই তবধ মানিলো।

নিনুৰ ৰজাই মোক কৈছিল— তেওঁৰ হেনো বৰদলৈৰ লগত এবাৰ কথা পাতিবলৈ বৰ ইচ্ছা। বহুত কথা পাতিবলৈ আছে।

উত্তৰত মই একো নক'লো। বৰদলৈ যে তেতিয়া ইহ সংসাৰত নাই সেই কথা তেওঁক জনাবলৈ মোৰ সত্ নগ'ল।

সেইটো টুৰতে লগ পাইছিলো— দেখনীয়াৰ, হৃষ্ট-পুষ্ট, ৰুচাৰ ৰজা ৱাংলাই ৱাংহামক, ৰজাৰ ডিঙিত চাৰিটা কাঠত কটা মানুহৰ মূৰৰ নক্সা ওলমি থাকে— ডেকা কালত ৰজাই চাৰিটা মানুহৰ মূৰ কটাৰ চিন।

ৰজাই মোক কৈছিল— তাহানি আহোম ৰজা চুহুংমুঙৰ দিনৰ পৰাই ৰুচাৰ সৈতে অসমৰ সম্পৰ্ক আছিল। ৰুচাৰ ৰজা খুনবাওৱে আশ্ৰয় দিয়াৰ আহোমৰ ৰজা চুপিমফাৰ চমুৱা কুঁৱৰীৰ সন্তান কনচেঙ্ৰ জন্ম হৈছিল ৰুচা গাঁৱতে। তেতিয়াৰ দিনৰ পৰাই ৰুচাৰ ৰজাৰ আহোম ৰাজদৰবাৰলৈ আহ-যাহ আছিল। মান-ভগনৰ দিনত, বহুতো অসমীয়া প্ৰজাই ৰুচাত আশ্ৰয় লৈ কালক্ৰমে তেওঁলোকৰ সমাজতে লীন গ'ল।

ৰুচা গাঁৱৰ নামনিত থকা মৈদাম এটাৰ বিষয়ে ৰজাই মোক কৈছিল যে সেইটো আহোম ৰজাই বিয়া কৰোৱা ৰাঙ্খু কুঁৱৰীৰ মৈদাম।

ৰজাৰ ঘৰত এতিয়াও এটা ৰজাদিনীয়া সৰু হিলৈ আৰু পুৰণি অসমীয়া বাচন-বৰ্তন— বেৰাকাঁহী, ৰূপৰ পিক্দানী, ভোগজৰা আদি আছে। সেইবোৰ বছৰৰ বিহুৰ দিনা এবাৰ বাহিৰলৈ উলিয়ায়।

ৰজাই কৈছিল— অতীজতে অসমীয়া আৰু পৰ্বতৰ নগা একেজনী মাকৰে সন্তান, ককাই-ভাই। ডাঙৰ ল'ৰাটোৱে নৈৰ পাৰে পাৰে ভৈয়াম চাবলৈ গৈ ভৈয়ামৰ

ভাত খাই লেধেপা হ'ল আৰু পৰ্বতলৈ উভতি আহিব নোৱাৰিলে। তাৰেই পো-পোৱালি হ'ল ভৈয়ামৰ অসমীয়া, (ৰজাই কোৱা এই কিম্বদন্তিটো মই Myths of NEFA কিতাপখনত লিপিবদ্ধ কৰোৱাইছোঁ)।

বৰদলৈদেৱে তেখেতৰ মন্ত্ৰিত্বৰ কালত শ্বিলঙত অনুষ্ঠিত কৰা Hills and Plains Festivalলৈ ৱাংলাই ৱাংহাম গৈছিল। তাত আন আন জনজাতীয় প্ৰতিনিধি সকলৰ লগত তেৰোঁ বৰদলৈৰ সৈতে জনজাতীয় উন্নয়ন পৰিকল্পনাৰ মিটিঙত ভাগ লৈছিল।

ৱাংহামে এটা আমোদজনক কথা কৈছিল। শ্বিলং গৈ পাই, তেওঁ বৰদলৈৰ বিষয়ে স্বৰ্গীয় ডাইঙ্ ইৰিঙক সুধিছিল। ইৰিঙ তেতিয়া ছাত্ৰ, ৱাংহামতকৈ বয়সত সৰু। ইৰিঙে উত্তৰত ক'লে— গধূলিকৈ বাটলৈ মন কৰিব। এজন মূৰত গান্ধী টুপীৰে সৈতে শুধ বগা কাপোৰ পিন্ধা, ওখ-শকত-ডাঙৰ মানুহ— লাইমুখুৰাৰ ফালে বজাৰ কৰিবলৈ যাব, তেখেতেই বৰদলৈ।" ৱাংহামে— আচৰিত হৈ ক'লে— "কেনৈ বৰদলৈ মন্ত্ৰী দেখোন? তেওঁ লগত পুলিচ লৈ, মটৰ গাড়ীতহে উঠি ফুৰিব লাগে?"

নহয়, বৰদলৈ গান্ধীজীৰ শিচ্। গান্ধীয়েও জানো খোজকাঢ়ি নুফুৰে? ইৰিঙে উত্তৰত ক'লে। অকালতে বিয়োগ হোৱা ডাইঙ্ ইৰিঙৰ জীৱনতো বৰদলৈ দেৱৰ প্ৰভাৱ কম নাছিল। শ্বিলঙৰ পৰা উভতি আহি, বৰদলৈদেৱৰ অনুপ্ৰেৰণাত ৱাংহামে নিজৰ গাঁৱত এখন প্ৰাইমাৰী স্কুল পাতে। ৱাঞ্চু অঞ্চলত সেইখনেই আছিল ৰাইজে পতা প্ৰথম স্কুল।

জীৱনৰ ভাটি বয়সত, ৱাংলাই ৱাংহামক লগ পাইছিলো খুনচাত, ১৯৭৮ চনত। ৱাংহামৰ শৰীৰত বয়সৰ চাপ পৰিছে। ৱাংহামে মোক কৈছিল— "আজিকালি তহঁত অসমৰ মানুহ আৰু আমাৰ মাজৰ সম্বন্ধ টেঙা হৈ পৰিল, অ' চাহাব। আমি যে ককাই ভাই, কথাটো পাহৰিছোঁ। অলপ কথাতে আমাৰ ডেকাহঁতে কাজিয়া কৰিবলৈ ওলায়. সিহঁতে সমিল মিলে থাকিব নোখোঁজে। তহঁত আৰু আমাৰ মাজত যে সীমা বান্ধিব খুজিছ, কেনৈ, ঘৰৰ বাৰীখনত ককাই-ভায়ে নিজাববীয়াকৈ ধাপ্ মাৰে জানো?

ডেকাহঁতক বুজাব, যাতে আকৌ মিলি-জুলি থাকিব পাৰোঁ।"

ৱাংহামে কোৱা, এই কেইষাৰ তেওঁৰ অন্তৰৰ কথা। তেওঁৰ কথাষাৰত বেদনা আছে, হতাশাৰ এটা ইঙ্গিত আছে।

এইটো সঁচাকথা যে গোপীনাথ বৰদলৈৰ মৃত্যুৰ পাছত আমি আমাৰ বুকুৰ কুটুম, গাতে গা লাগি থকা জনজাতীয় লোকসকলৰ মনৰ ওচৰ চাপিবলৈ চেষ্টা কৰা নাই, তেওঁলোকক নিজৰ বুলি আকোৱালি ল'ব পৰা নাই। আমাৰ নেতৃবৃন্দৰ দূৰদৃষ্টিহীনতা আৰু চৰম উদাসীনতাৰ বাবেই আজি পৰ্বত আৰু ভৈয়ামৰ কৌটিকলীয়া চেনেহৰ আঁতডাল শিথিল হ'ল আৰু আমি ইজনে সিজনৰ পৰ হ'লো।

# স্মৃতি-তৰ্পণ

গোপীনাথ বৰদলৈৰ আকস্মিক মৃত্যুত মৰ্মান্তিক আঘাত পালো। তেওঁৰ মৃত্যুৱে অসম আৰু ভাৰতৰ ৰাজহুৱা জীৱনত সহজে পূৰাব নোৱৰা এখন শূন্য স্থান ৰাখি গ'ল। আজি গুৰুত্বপূৰ্ণ সময়ত জটিলতাৰে ভৰা ৰাজ্য এখনৰ প্ৰশাসনৰ বোজা বৰদলৈদেৱে বহন কৰিছিল। স্বাধীনতা ৰণৰ নিৰ্ভীক যুঁজাৰু, 'সৈং আৰু সুবিবেচক প্ৰশাসক, তেওঁ কেৱল অসমতে নহয় ৰাজ্যৰ বাহিৰতো অতি চেনেহৰ আৰু অতি শ্ৰদ্ধাৰ পুৰুষ আছিল।

**ৰাষ্ট্ৰপতি ড° ৰাজেন্দ্ৰ প্ৰসাদ**

শ্ৰীগোপীনাথ বৰদলৈৰ আকস্মিক মৃত্যুৰ বাতৰি যোৱা ৰাতি পাই মই মৰ্মান্তিক আঘাত পালো। আমাৰ সকলোৰে কাৰণে বিশেষকৈ অসমৰ স্বাধীনতা ৰণৰ এজন নিৰ্ভীক যুঁজাৰু আৰু সাহসৰ সৈতে মুখ্যমন্ত্ৰী হিচাপে অসমৰ বহু সমস্যাৰ সন্মুখীন হোৱা এজন মানুহক হেৰুৱাটো এটা ডাঙৰ ক্ষতি। মোৰ সহানুভূতি জ্ঞাপন কৰিছোঁ।

**প্ৰধানমন্ত্ৰী শ্ৰীজৱাহৰলাল নেহৰু**

বৰদলৈ অসমৰ ৰাজনৈতিক আৰু ৰাজ্যিক স্বাৰ্থৰ লগত এনেভাৱে জড়িত যে তেওঁক বাদ দি অসমৰ কথা ভাবিবকে নোৱাৰি। যদিও আজি দুবছৰৰ 'পৰা বৰদলৈৰ শাৰীৰিক অসুস্থতা বেছি হৈছিল আৰু তাৰ কাৰণেই যদিও তেওঁ বব লগা গধুৰ বোজা কান্ধৰ পৰা নমাই থ'ব খুজিছিল তথাপি মোৰ অনুৰোধত হাঁহিমুখে দায়িত্বৰ ভাৰ ল'বলৈ আগবাঢ়িল আৰু শেষপৰ্যন্ত কৰ্তব্যৰ পৰা বিচলিত নহ'ল। গৌৰৱ আৰু কৃতকাৰ্যভাৱে কাম কৰি থাকোঁতেই তেওঁৰ মৃত্যু হ'ল। দেশৰ ঐক্য গঢ়ি তোলাই আছিল বৰদলৈৰ জীৱনৰ লক্ষ্য।

এইবিলাক সমস্যা সমাধানৰ বাবে বৰদলৈৰ সমকক্ষ লোক ওলোৱা টান, কিন্তু অসমৰ এই দুৰ্যোগৰ সময়তেই তেওঁৰ কৰ্মময় জীৱনৰ যৱনিকা পৰিল। মই আশা কৰোঁ যাতে তেওঁৰ সহকৰ্মীসকলে স্বৰ্গীয় নেতাৰ আদৰ্শ আৰু অনুপ্ৰেৰণা লৈ হাতত

হাত মিলাই কাম কৰিবলৈ আগবাঢ়ি আহি বৰদলৈয়ে এৰি যোৱা বাকীখিনি কাম শেষ কৰিব। তেওঁৰ মৃত্যুত অসমতেই হানি হোৱা নাই, ভাৰততে এজন অক্লান্ত নিস্বাৰ্থ দেশকৰ্মী হেৰুৱাইছে। ৱাৰ্কিং কমিটিৰ সহকৰ্মী হিচাপে তেওঁৰ পৰামৰ্শবোৰ বৰ সাৰুৱা আছিল। কৰ্তব্যই যাৰ জীৱনৰ পণ তেনে এজন নেতাৰ আত্মাৰ সদ্‌গতি কামনা কৰিলো।

## উপ-প্ৰধানমন্ত্ৰী চৰ্দাৰ বল্লভভাই পেটেল

অসমৰ এই সন্ধিক্ষণত শ্ৰীযুত বৰদলৈৰ পৰলোক কেৱল অসমৰেই নহয় গোটেই ভাৰততে এটা অপূৰণীয় ক্ষতি হ'ল।

আজি ৰাতিপুৱা, আমাৰ শ্ৰদ্ধাস্পদ প্ৰিয় মুখ্যমন্ত্ৰী শ্ৰীগোপীনাথ বৰদলৈৰ হৃদযন্ত্ৰ ৰোগত অপ্ৰত্যাশিতভাৱে ২-৪০ বজাত পৰলোক হোৱা শুনি মৰ্মাহত হ'লো। তেওঁ আগদিনা গধূলি সুস্থ শৰীৰে আৰু তেওঁৰে সম্বৰ্ধনাৰ্থে নিয়োজিত অনুষ্ঠান এটাত আনন্দ মনেৰে যোগদান কৰিছিল। আজিও অসমৰ স্বায়ত্তশাসিত জিলা কেইখনৰ পৰিষদ গঠন সম্পৰ্কে সাংবাদিক সন্মিলনত বক্তৃতা দিয়াৰ কথা আছিল, কিন্তু ভাগ্যৰ বিপৰ্যয়ত সি হৈ নুঠিল।

পঢ়াশলীয়া জীৱনৰে পৰা তেওঁ মোৰ ব্যক্তিগত বন্ধু আছিল। দুৰ্যোগৰ মাজেদি আমি গান্ধীজীৰ পৰিচালনাত একেলগে স্বাধীনতা সংগ্ৰামত কাম কৰিছিলো। প্ৰশাসনৰ গধুৰ বোজা কংগ্ৰেছৰ ওপৰত পৰিলত আমি দুয়ো সম্পূৰ্ণ সহযোগেৰে তাক কান্ধপাতি লৈছিলো। তেওঁৰ অনুপম প্ৰীতিপূৰ্ণ অনুশীলনে চৰকাৰখনত উদ্দেশ্য আৰু আকাংক্ষা পূৰ্ণ কৰি সংঘ এটা গঢ়ি তুলিছিল। শ্ৰীবৰদলৈদেৱৰ মৃত্যুৱে বিৰাট শূন্যতাৰ সৃষ্টি কৰিলে! এই মহান আত্মাৰ পৰলোকত মোৰ ব্যক্তিগত ক্ষতি অবৰ্ণনীয় যেন বোধ হৈছে। মোৰ অন্তৰ আজি শোকত তেনেই অভিভূত।

ভাৰতৰ ভিতৰত অসমেই প্ৰশাসনৰ ক্ষেত্ৰত আটাইতকৈ জটিল ৰাজ্য কিন্তু তেওঁৰ সূক্ষ্ম দৰ্শনৰ দূৰদৰ্শিতা, বিশ্বপ্ৰেম আৰু সহিষ্ণুতাৰ ফলতেই সমষ্টিকৰণৰ বিষময় ফলৰ পৰা অসম ৰক্ষা পৰিল। অসমৰ বিভিন্ন ভাষা আৰু সংস্কৃতিৰ সম্প্ৰদায় বিলাকৰ ভিতৰত এটা সংগঠিত সমন্বয় গঠন সম্ভৱ হ'ল। তেওঁ আজি এৰি থৈ গৈছে এটি বোধগম্য ৰাজনীতি যাৰ সহায়ত একত্ৰীকৰণৰ প্ৰচেষ্টা চলাই থাকিব লাগিব। তেওঁৰ এই অসম্পূৰ্ণ কাম তেওঁৰ নীতি অনুকৰণ কৰি যথাযোগ্যভাৱে সমাধা কৰিবলৈ আমি যত্নৰ ত্ৰুটি নকৰিম বুলি জনগণক মই আশ্বাস দিওঁ।

অসম বুৰঞ্জীৰ এই সন্ধিক্ষণত শ্ৰীবৰদলৈৰ পৰলোক কেৱল অসমৰেই কিয় সদৌ ভাৰতৰে এটা অপূৰণীয় ক্ষতি। এই কাৰণে আজি এই শোকৰ মুহূৰ্তত সদৌ অসমবাসীক জাতি-বৰ্ণ নিৰ্বিশেষে সকলোকে আমাৰ প্ৰিয় দলপতিয়ে প্ৰেম, সহিষ্ণুতা, উচ্চ আকাংক্ষা আৰু দৃঢ়তাৰে ৰচি থৈ যোৱা নীতি আৰু পন্থা অনুসৰণ কৰিবলৈ মই আহ্বান জনাইছোঁ।

তেওঁৰ পৰিয়ালবৰ্গৰ এই গভীৰ শোকত চৰকাৰ আৰু জনগণে অংশ গ্ৰহণ কৰিছে। অসম আৰু অসমবাসী তেওঁৰ মৃত্যুত শোকাকুল।

ৰাজ্যিক সন্মানেৰে অন্ত্যেষ্টিক্ৰিয়া সমাধা কৰা হ'ল। তেওঁৰ আকাংক্ষা পূৰণৰ ভাৰ আজি আমাৰ ওপৰত। এয়ে আমাৰ বৰ্তমান সান্ত্বনা।

তেওঁৰ আত্মাই শান্তি লাভ কৰক।

শ্ৰীবিষ্ণুৰাম মেধী
মুখ্যমন্ত্ৰী, অসম



কংগ্ৰেছ সভাপতি সুভাষচন্দ্ৰ বসুৰ লগত বৰদলৈ, ১৯৩৮



মন্ত্ৰী ৰূপনাথ ব্ৰহ্ম আৰু কৰ্মীৰ লগত লোকপ্ৰিয় বৰদলৈ

# কৃষ্ণনাথ শৰ্মাই বৰদলৈলৈ দিয়া চিঠি

শ্ৰদ্ধাস্পদ বৰদলৈদেৱ,

আপোনাৰ ২৪/১১/৪৫ তাৰিখৰ চিঠি পাই অন্তৰত বহুত সান্ত্বনা লাভ কৰিলো আৰু আপুনি নমিনেচন দিয়া সম্বাদ পাই আন্তৰিক আনন্দ লাভ কৰিলো। বৰ্তমান মই এইবাৰ নিৰ্বাচনত নেতৃত্ব লৈ খোৱা-কামোৰা ভিতৰি ভিতৰি চলা যেন অনুভৱ কৰিছোঁ আৰু আমাৰ নিচিনা, বিশেষকৈ মই এনে নিৰ্বাচনত misfit যেন অনুভৱ কৰিছোঁ। কংগ্ৰেছৰ অনুষ্ঠানবিলাক আজিৰ এই দিনত power politics ত পৰিণত হৈছে। নিজৰ ভিতৰত দলাদলিৰ সৃষ্টি, কাউন্সিলৰ seat দিয়াটো লৈ সকলো প্ৰকাৰৰ সাম্প্ৰদায়িক মনোভাব এজনৰ বিৰুদ্ধে আন এজনৰ, গাঁৱলীয়া নাগৰিক, নেতা, স্বয়ংসেৱক .... আৰু অশিক্ষিত আদিৰ ভিতৰত কাউন্সিলৰ seat ভাগ-বটোৱা কৰিবৰ চেষ্টা কৰোঁতে top most leaders ভাগ থাকে ক'ত? এজন নেতাৰ অলপ ছিদ্ৰ পালেই বহলাই নিয়া ইত্যাদি এনেবিলাক কথা ইমান প্ৰকাশ্যভাৱে সমালোচনা কৰা বোধকৰোঁ আমাৰ হতভাগা দেশৰ নাগৰিক যেন পাইছোঁ। আপোনাৰ বিৰুদ্ধে যে অনেকে অনেক কথা কৈছে সেইটো সঁচা; কিন্তু সেইবুলি সেইবিলাক থকা সত্বেও নিজৰ ব্যক্তিত্ব আৰু নিঃস্বাৰ্থ ত্যাগৰ দ্বাৰা আপুনি অগ্নি পৰীক্ষাত উত্তীৰ্ণ হ'ব। বৰ্তমান আমাৰ দেশত parliamentary politicsত আপোনাৰ বাহিৰে মই আন তেনে নেতাৰ অভাৱ অনুভৱ কৰিছোঁ। আপুনি নমিনেচন নিদিয়া সম্বাদ পাই হতাশ হৈছিলো। অসমৰ পৰা ৱৰ্কিং কমিটিত মেম্বৰ নোলোৱাত মই বিশেষকৈ দুখ পাইছোঁ। প্ৰকাশ কৰিবলৈ অসমৰ্থ।

মোৰ বিষয়ে মতামত দিয়া লৈ দুখ পাইছিলো যদিও আপোনাৰ চিঠি পাই মোৰ সেই দুখ দূৰ হ'ল। তথাপি এটা কথাই মোৰ মনত সংশয়ৰ সৃষ্টি কৰিছে। মোৰ ভুল হ'ব পাৰে। কিয় আপুনি কংগ্ৰেছৰ ভিতৰত এটা সম্প্ৰদায়ৰ কাৰণে কাউন্সিলৰ seat ভাগ-বটোৱা কৰিবৰ কাৰণে বিশেষ বিবেচনা কৰিবলৈ মান্তি হ'ল। Assembly লৈ জানো top most leaders যোৱাৰ আৱশ্যক নাই? যদি কংগ্ৰেছৰ ভিতৰত এটা সম্প্ৰদায়ৰ কাৰণে বিশেষ বন্দোৱস্ত কৰা হয় তেনে আন সম্প্ৰদায়বিলাকে কিয় তেনে বিশেষ বিবেচনাৰ বাবে আগ নাবাঢ়িব? ইয়াৰ দ্বাৰা আমি নিজেই নিজক কংগ্ৰেছৰ সভ্য হৈয়ো কংগ্ৰেছ অনুষ্ঠানত সাম্প্ৰদায়িক ঠেক মনোভাবৰ বীজ ৰোপণ কৰি দিয়া নাইনে?

এইদৰে বিশেষ বিবেচনাৰ ফলত আপুনি আপোনাৰ নেতৃত্ব চম্ভালি ৰাখিবলৈ টান পাব যেন পাইছোঁ। আমাৰ মাজত এনে মনোভাব হ'ব লাগিছিল যে কংগ্ৰেছ সভ্য

যেইকোনো সম্প্ৰদায়ৰে হওক, তেওঁ সকলোৰে প্ৰতিনিধি। তেওঁৰ হাতত সকলো সম্প্ৰদায়ৰ স্বাৰ্থ ৰক্ষা হ'ব আৰু তেওঁ প্ৰতিজন কংগ্ৰেছ সভ্যৰ বিশ্বাস আৰু শ্ৰদ্ধাৰ পাত্ৰ— যেনেকৈ পণ্ডিত জৱাহৰলাল হিন্দু হৈয়ো মুছলমানৰ আৰু মুছলমান হৈয়ো এজনে হিন্দুৰ প্ৰতিনিধি হ'বৰ দাবী কৰি আহিছে। আমাৰ মূলমন্ত্ৰ হৈছে ভাৰতৰ স্বাধীনতা। তেনে অনুষ্ঠানৰ সৰ্বসন্মত নেতা হৈ যদি আপুনি নিজে কোনো এটা সম্প্ৰদায়ৰ বিশ্বাসভাজন হ'ব নোৱাৰে বা সেই সম্প্ৰদায়ৰ কাৰণে বিশেষ বন্দোবস্ত কৰিবলগীয়া হয় তেতিয়া বোধকৰোঁ কংগ্ৰেছ অনুষ্ঠানৰ ভিতৰত থকা কংগ্ৰেছ সভ্যসকলে নিজৰ সম্প্ৰদায়ৰ প্ৰতিনিধিত্ব কৰিবৰ অধিকাৰৰপৰা ক্ৰমে বঞ্চিত হৈ নাযাবনে? আমি কিয় কংগ্ৰেছে ভাৰতৰ ৪০ কোটি প্ৰজাৰ প্ৰতিনিধিত্ব কৰিছোঁ বুলি কওঁ?

অসমত নিৰ্বাচন ক্ষেত্ৰত সাম্প্ৰদায়িক মনোভাবৰ সৃষ্টি হৈছে। আমাৰ নেতাসকলে যিমানেই নিৰ্যাতন সহ্য কৰক, যিমানেই নিঃস্বাৰ্থ হওক নিৰ্বাচনীৰ সময়ত তেনে নিঃস্বাৰ্থ নেতাৰ ওপৰত সন্দেহ কৰি ক্ষুদ্ৰ ক্ষুদ্ৰ ছিদ্ৰকে বহলাই তেনে নেতাক আঁতৰাবলৈ চেষ্টা কৰা হয়। নিঃস্বাৰ্থভাৱে দেশসেৱা কৰা ক্ষেত্ৰ এছেম্বলি নহয়, এইটো মোৰ দৃঢ় ধাৰণা হ'ল। দেশসেৱকে কোনো স্বাৰ্থ লৈ ধন-মান-যশস্যা লাভৰ বাবে মন মেলিলেই সকলো ফালে নিজৰ নৈতিক অৱনতি ঘটে। এছেম্বলিত আছে দৰমহা, মন্ত্ৰী হোৱাৰ আশা, বিলাস-বিলাসিতাৰ ঠাই, সকলো ফালৰপৰা প্ৰলোভন, ক্ষমতা আৰু ধন লাভৰ কাৰণে নিজৰ ভিতৰত খোৱা-কামোৰা। ৰাজনীতিৰ ঘোৰ মায়াজালৰপৰা আত্মৰক্ষা কৰা ইত্যাদিৰ কাৰণে যে বাছকবনীয়া নিঃস্বাৰ্থ ত্যাগী ধীৰ, তীক্ষ্ণ বুদ্ধিৰ নেতাৰ প্ৰয়োজন, মই আগৰবাৰৰ নিৰ্বাচনত এইবিলাক কথা মৰ্মে মৰ্মে অনুভৱ কৰিছিলো। মোৰ দৃঢ় বিশ্বাস আছিল যে মই সকলো সম্প্ৰদায়ৰ হৈ কাম কৰিম আৰু প্ৰমাণ কৰিম যে মই সকলোৰে বিশ্বাসৰ পাত্ৰ। যেতিয়া আমি কানি-নিবাৰণী সমস্যা সম্পৰ্কে তিনি বছৰীয়া পুৰণি মহলদাৰবিলাক গুচাই নতুন মহলদাৰ লোৱাৰ প্ৰস্তাৱ লৈছিলো তেতিয়া মই সেই প্ৰস্তাৱ গৃহীত কৰাৰ পাছত এজন মহলদাৰে মোক সাত হেজাৰ টকাৰ প্ৰলোভন দেখুৱাইছিল আৰু মন্ত্ৰীকো যি দিব লাগে দিম বুলি কৈছিল। মই ক'লো যে মোৰ জিভা দুখন নহয়। টকাৰ প্ৰলোভন মোক দেখুৱাব নালাগে। মই M.L.A. হৈ এখন জিভা আৰু উকীল হৈ আন এখন জিভা লোৱা নাই। সেই টকা লোৱা হ'লে আৰু অনেক টকা আহিলেহেঁতেন। কিন্তু সেই rule টকাৰ প্ৰলোভনত আমাৰ party ৰ মেম্বৰেই উৰাই দিলে। মোৰ ৯ বছৰৰ অভিজ্ঞতাৰ পৰা বুজিলো Assembly মোৰ কাৰণে নহয় আৰু মোৰ বিশ্বাস আছিল যে মই মোৰ কাৰ্যকলাপৰ দ্বাৰা সকলোৰে বিশ্বাসৰ পাত্ৰ হ'ব পাৰিম, সেই আশাও পূৰ্ণ নহ'ল। এছেম্বলিলৈ উঠাৰ কাৰণে যেতিয়া মই ৱাৰ্ধাৰ পৰা চিঠি দিওঁ মোৰ সকলো স্বাৰ্থ ত্যাগ আৰু নিৰ্যাতন উৰি গ'ল। ১৯৩৭ চনত

প্ৰথমতে শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাই নমিনেচন দিছিল। তাৰ পিছত কি কাৰণত মই ক'ব নোৱাৰোঁ, তেওঁ নমিনেচন উঠাই ল'লে। ইতিমধ্যে মোক গুচাই শ্ৰীযুত সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁইদেৱক দিয়াৰ চেষ্টা চলিছিল। সেই সময়ত শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক মই কৈছিলো যে এমাহৰ ভিতৰত যদি তেখেতে নমিনেচন দিয়ে মই মোৰ নমিনেচন উঠাই ল'ম। সেইটো তেওঁ নকৰিলে আৰু সেই কথাকে লৈ তেওঁ মামাৰ লগত তেখেতৰ কথা আছে বুলি প্ৰচাৰ কৰি দিলে। মই ভাবি চালো truth is God তেওঁক Assembly ৰ seat এৰি দিবলৈ মই তেতিয়া ইচ্ছা কৰিছিলো; এতিয়ানো ৯ বছৰৰ পিছত মই সেইটো কিয় কৰিব নোৱাৰোঁ? এই ৯ বছৰত মই ৯ টকা ৰূপো জমা কৰিব নোৱাৰিলো। এই ভাব অহা মাত্ৰেই ২০/১১/৪৫ তাৰিখৰ দিনা পুৱা বাহী-মুখেৰেই গৈ মই শ্ৰীযুত দেৱেশ্বৰ শৰ্মাৰ ঘৰত মৌঃ তৈয়বুল্লা আৰু শ্ৰীযুত বিষ্ণু মেধিৰ লগত প্ৰকাশ কৰি Assembly ৰ seat এৰি দিওঁ।

মৌলানা তৈয়বুল্লা চাহাবে কয় যিটো অলপ আলোচনাত পোৱা হ'লহেঁতেন সেইটো আদায় কৰা হ'ল এতিয়া by threat! দুই-এদিনৰ কাৰণে মই শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদ আৰু শ্ৰীযুত প্ৰফুল্ল ঘোষ হৈ পৰিলো। আপুনি লিখিছে— "আপুনি এই সংকল্প ল'ব পৰাত মোৰ অন্তৰত আপুনি অনুকৰণীয় হৈ থাকিল।" যিদিনাই মোৰ seat টো শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক দিবলৈ আগ বাঢ়িব পাৰিলো সেইদিনাই মোৰ মনলৈ শান্তি আহিল। সেইবাবে আপুনি কোৱা বুলি যি কথা মোক কৈছিল সেই সময়ত তাক শুনি দুখ পাইছিলো যদিও এতিয়া সেই সম্বাদ মোৰ কাৰণে ভালেই হ'ল। D.C.C. য়ে সেই কথাটো পৰ্যন্ত উল্লেখ নকৰিলে। এতিয়া কোনো কোনোৱে প্ৰচাৰ কৰিছে, মই বাধ্য হৈ এৰি দিলো ইত্যাদি। এতিয়া মই বুজিছোঁ, আমি নিজে ৰোৱা গছ ডাঙৰ-দীঘল হ'লে কিয় নিজেই কাটি দিওঁ। এইবিলাক কথা ভাবি এই বছৰৰপৰা মই মাত্ৰ চাৰি অনীয়া কংগ্ৰেছ সভ্য হৈ থাকিম। যদি আমালোকে party politics ৰ বাবে কংগ্ৰেছ বিৰোধী বা অকংগ্ৰেছী লোকে কংগ্ৰেছৰ pledge চহী কৰিলেই আঁকোৱাল মাৰি ধৰোঁ আৰু খবৰ কাগজত গুণগান কৰোঁ, যদি আপোনাৰ নিচিনা সৰ্ব-সম্মত নিঃস্বাৰ্থ দেশৰ একমাত্ৰ নেতাক আঁতৰি থাকিবলৈ বাধ্য কৰা চেষ্টা হয় তেন্তে বাকী থাকিল কি? পুণাত মোক চৌধুৰীয়ে কৈছিল যে যোৰহাটৰ যেই সেই seat এটা শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক দিব লাগিব, গুৱাহাটীত শ্ৰীযুত সিদ্ধিনাথ শৰ্মাদেৱে কৈছিল যে শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাই আহোম বুলি এটা seat claim কৰিছে, ডাক্তৰ বৰুৱাই মোক কৈছিল, এইবাৰ স্বাৰ্থ ত্যাগ কৰিব লাগিব। যোৰহাটলৈ আহোঁতে ডাক্তৰ বৰুৱাই দুই-এজনৰ আগত মোৰ seat টো শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক দিব লাগিব বুলি কৈছিল। আমি leader ভাঙিব পাৰিম, পাতিব নোৱাৰোঁ। কংগ্ৰেছৰ পৰা মানুহ বাহিৰ কৰিব পৰাটো সহজ, কিন্তু

সেইদৰে অলপ দোষত কংগ্ৰেছ নেতাক বাহিৰ কৰি গৈ থাকিলে কʼত ৰʼবগৈ ভাবি চাব।.... আপোনাৰ চিঠিৰপৰা আপোনাৰ আন্তৰিক মনোভাব বুজি মোৰ আপোনাৰ ওপৰত শ্ৰদ্ধা বৃদ্ধিহে হৈছে। আশাকৰোঁ সকলো বাধা-বিঘিনি আঁতৰি যাব। আশা কৰিছোঁ এইবাৰ আপুনি মনত দৃঢ়ভাব লৈ এছেম্বলিত গৌৰৱেৰে নেতৃত্ব লʼব পাৰিব। ঈশ্বৰক প্ৰাৰ্থনা কৰিছোঁ, আপোনাক মনোবল দিব। শ্ৰীমান কালিদাসৰ বৃত্তিৰ কথা শুনি নিশ্চিন্ত হʼলো।

কৃষ্ণনাথ শৰ্মা

## বৰদলৈৰ চিঠিৰ উত্তৰ

গুৱাহাটী
২৪/১১/৪৫

শ্ৰীযুত শৰ্মা ডাঙৰীয়া,

আপোনাৰ চিঠি পালো। শ্ৰীযুত হিমৎসিংকা ইয়ালৈ আহিছিল আৰু কালিদাসৰ বিষয়ে সুধিছিলো। তেখেতে কʼলে যে স্কলাৰশ্বিপ বন্ধ হোৱাৰ কোনো কথা নাই। অফিচ পূজাৰ কাৰণে বন্ধ থকা বাবে টকা পঠিওৱা হোৱা নাই, খুলিলেই পঠিয়াব, standing order আছে, তাৰ ব্যতিক্ৰম হʼবৰ কোনো কাৰণ নাই বুলি কʼলে।

নিৰ্বাচন সম্বন্ধে মোৰ কথা কত মানুহে যে কত ৰকমে কৈছে মই শুনি শুনি আচৰিত হʼব লাগিছোঁ। আপুনি আপোনাৰ seat এৰি দিব লাগে, এন মত মই কেতিয়াও প্ৰকাশ কৰা নাই। এইটো কোৱা সঁচা যে আহোমসকলক এইবাৰ পাৰিলে তেওঁলোকৰ সংখ্যা অনুপাতে আসন দিয়া ভাল। কিন্তু সেই আসন কʼত দিয়া হʼব, কেনেকৈ দিয়া হʼব, তাক কোৱা নাছিলো আৰু আলোচ্য বিষয় নাছিল। আপোনাৰ seat সম্বন্ধে মোৰ স্পষ্ট মত থকা হʼলে মই আপোনাক পুণা বা বোম্বাইত কʼব পাৰিলোহেঁতেন। গতিকে কোনোবাই যদি এনেকৈ কৈ থাকে যে মই শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক seat টো এৰি দিবলৈ কৈছোঁ, সেইটো আচল কথা নহয়। আৰু সেইটোত বোধকৰোঁ আপুনি সাময়িক অসুবিধা পাইছে। ইয়াৰপৰা আপোনাৰ অন্যায় নহʼব বুলি মোৰ বিশ্বাস। আপুনি এই সংকল্প লʼব পৰাত মোৰ অন্তৰত আপুনি অনুকৰণীয় হৈ থাকিব। মই নিজে এই লেঠা এৰিবলৈ চেষ্টাত আছিলো; কিন্তু তাৰ কাৰণে চাৰিওফালে এনে হুলস্থূল এটা লাগি গʼল যে বন্ধুসকলে মোক এই কামলৈ আগবাঢ়িবলৈ বাধ্য কৰিলে। মই এতিয়াও মনোনীত হৈছোঁ নে নাই খবৰ পোৱা নাই, কিন্তু নিশ্চিত যে

মনোনয়ন কৰিবই আৰু লগে লগে মোৰ স্বাস্থ্য আৰু মানসিক আৰু আধ্যাত্মিক সম্পদ যি আছিল তাৰ ওৰ পৰিব। অথচ তথাপি যে এনে কামলৈ আগবাঢ়িব লাগে ই মনুষ্য জীৱনৰ বিপত্তি। সঁচাকৈয়ে মই আজি বলিশাললৈ আগবঢ়াই নিয়া পঠাৰ দৰে নিজকে ভাবি লৈছোঁ।

এই মনোনয়নৰ উদ্দেশ্য নিশ্চয় কিছুলোকৰ মনত অন্ততঃ মই নেতৃত্ব কৰা। আপুনিও মোৰ নেতৃত্বৰ সফলতা কামনা কৰিছে। কিন্তু ভিতৰুৱাকৈ ক'বলৈ হ'লে, এই কামটো কিমান টান clean men হ'ব পৰা নাই, তাতে majority কৰিবলৈ গৈ স্বাভাৱিকতেই বাহিৰৰপৰা অনেক অকংগ্ৰেছী লোক ল'বই লাগিব— কাৰণ general seat মাত্ৰ ৪৭ টা। এনে অৱস্থাত ভৱিষ্যতত কি আছে পৰমেশ্বৰেহে জানে। এনে এটা দায়িত্ব ল'বৰ সম্ভাৱনা পৰ্যন্ত নাথাকিব বুলিয়েই ইয়ালৈ আগবাঢ়িবলৈ ইচ্ছা কৰা নাছিলো।

যি হওক, কাম তেওঁ কৰি লৈ যাব, ইয়াকে ভাবিছোঁ। ইয়াত মানুহে কৃতিত্বৰ গৌৰৱ বা অকৃতকাৰ্যৰ বদনাম ৰোপণ কৰে। আমি কেৱল কৰ্তব্য সাধনৰ গৰাকী। ইয়াকে ভাবি মনৰপৰা আঁসোৱাহ দূৰ কৰিবলৈ চেষ্টা কৰিছোঁ, কিন্তু শান্তি পোৱা নাই।

আশাকৰোঁ সপৰিয়ালে ভাল। মোৰ দেখোতে ভাল হ'লেও ডাক্তৰৰ মতে অসুখ, এইবাৰ আহোঁতে বাটত influenza ৰ দৰে হৈ আহি cardiac asthma ৰ দৰে হ'বলৈ বিচাৰিছে। হৃৎপিণ্ডৰ দোষত ফুৰা-চকাত দুৰ্বলতা অনুভৱ কৰি আছোঁ।

ইতি
আপোনাৰ
শ্ৰীগোপীনাথ বৰদলৈ

---



১৯৪৬ চনৰ জানুৱাৰী মাহত মহাত্মাগান্ধী শেহৰবাৰৰ কাৰণে অসমলৈ আহিছিল। ওপৰৰ ছবিত লোকপ্ৰিয় বৰদলৈ গান্ধীজীৰ লগত শৰণীয়া (গুৱাহাটীত) আশ্ৰমত প্ৰাতঃভ্ৰমণ কৰা দেখা গৈছে।




লোকপ্ৰিয় বৰদলৈৰ ডাক টিকট্ উন্মোচনত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া



১৯৪০ চনৰ ১১ ডিচেম্বৰত গুৱাহাটীত বিৰাট জনতাৰ আগত বৰদলৈয়ে 'ব্যক্তিগত সত্যাগ্ৰহ'ত প্ৰথম সত্যাগ্ৰহী হিচাপে জেললৈ যাব ওলোৱা অৱস্থাত



প্ৰাক্তন গৰৰ্ণৰ জেনেৰেল শ্ৰীৰাজাগোপালাচাৰী লোকপ্ৰিয় বৰদলৈ, প্ৰাক্তন অসম ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ-চেঞ্চেলৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ (১৯৪৯, গুৱাহাটী)



নতুন দিল্লীলৈ যোৱাৰ আগমুহূৰ্তত অমিয় কুমাৰ দাস, ৰোহিনী কুমাৰ চৌধুৰী. নিকলচ্ ৰয়, ধৰণীধৰ বসুমতাৰীৰ লগত লোকপ্ৰিয় বৰদলৈ



বিশ্ববিদ্যালয় আয়োগৰ সভাপতি ডাঃ ৰাধাকৃষ্ণনৰ লগত গুৱাহাটীত বৰদলৈ কথাবতৰা হৈছে।



লোকপ্ৰিয় বৰদলৈৰ সহধৰ্মিনী সুৰবালা বৰদলৈ



শ্বিলঙৰ ৰাজভৱনত ১৯৪৯ চনত অসম প্ৰেছ্ উপদেষ্টা কমিটীত সাংবাদিকসকলৰ সৈতে বৰদলৈ। লগতে ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশকো দেখা গৈছে।



ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ, বৰদলৈ আৰু তেওঁৰ মন্ত্ৰীসভাৰ মন্ত্ৰী আৰু উপ-মন্ত্ৰীসকল (১৯৪৯)। বাওঁফালৰ পৰা — মৌলবী মতলিব মজুমদাৰ, ৰেভাৰেণ্ড নিকলাছ ৰয়, শ্ৰীবিমলা প্ৰসাদ চলিহা, শ্ৰী বৰদলৈ, শ্ৰীৰামনাথ দাস, ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ, শ্ৰীপূৰ্ণানন্দ চেতিয়া, শ্ৰীবিষ্ণুৰাম মেধি, শ্ৰীহৰেশ্বৰ দাস, শ্ৰীৰূপনাথ ব্ৰহ্ম, শ্ৰীমতিৰাম বৰা আৰু শ্ৰীঅমিয় কুমাৰ দাস।



সংবিধান ৰচয়িতা ৰাষ্ট্ৰীয় নেতাসকলৰ লগত বৰদলৈ